# বহাগতে পাতি যাওঁ বিয়া

ভদ্ৰ বৰা




গুৱাহাটী বুক ষ্টল

পানবজাৰ, গুৱাহাটী-৭৮১০০১ : ডিব্ৰুগড়, গুৱাহাটী-৭৮১০০৬



BAHAGATE
PATIJAW
BIYA

*Satirical writing by Bhadra Bora and Published by Bangshidhar Sarmah, M/s. Gauhati Book Stall, Gauhati-781003.*
*Price Rupees Six only.*




॥ প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ॥

॥ প্ৰথম প্ৰকাশ : অক্টোবৰ, ১৯৭৬ চন ॥

॥ বেটুপাতৰ ছবি : গুৱাহাটী আৰ্টিষ্ট গীল্ড ॥

॥ ছপা : শ্ৰীনিৰঞ্জন চৌধুৰী ● ৰঘুনাথ প্ৰেছ ● (বিবেকানন্দ ৰোড ●) কলিকতা-৬ ॥

॥ বন্ধা : শ্ৰীশিৱসাধন ঘোষ ● জবা বাইণ্ডিং ওৱাৰ্কচ ● কলিকতা-৬ ॥

॥ মূল্য : ছয় টকা মাথোন ॥

সততে লিখিবলৈ প্ৰেৰণা যোগোৱা
মোৰ প্ৰায়বোৰ ৰচনাৰ প্ৰথম পাঠক
আৰু সমালোচক সহধৰ্মিণী শ্ৰীমতী
মীনাৰ হাতত—চেনেহৰ চিনস্বৰূপে।

- - - - - - - - - - - - - - - - - -

## ॥ মোখনি ॥

এই সংকলনত সন্নিবিষ্ট সৰহভাগ ৰচনা লিখা হৈছিল বৰ্তমান শতিকাৰ পঞ্চম দশকত। ষষ্ঠ দশকত লিখা ৰচনা দুখনমানো ইয়াত আছে। ৰচনাসমূহৰ ৰমনীয়তা আছে নে নাই সেয়া পাঠকৰ বিবেচ্য। সেয়ে ৰচনাসমূহত ৰম্য-ৰচনাৰ ছাপ মাৰিব খোজা নাই। "বিশুদ্ধ ঘিৰ" ছাপ মৰা বহুতো টিনৰ ঘি নাকৰ ওচৰলৈ নিব নোৱাৰি। মোৰ বোধেৰে পাঠকে মৰা ছাপহে আচল ছাপ। আৰু তাকেহে মই শিৰত তুলি লওঁ। এই ৰচনাসমূহতো ছাপ মৰাৰ দায়িত্ব পাঠকসকলৰ।

১৯৬৭ চনতেই এই সংকলনৰ পাণ্ডুলিপি প্ৰস্তুত কৰা হৈছিল যদিও প্ৰকাশৰ অসুবিধা আৰু বেমেজালিৰ বাবে সি প্ৰায় নষ্ট হোৱাৰ উপক্ৰম হৈছিল। কাগজৰ দাম বাঢ়ি অহা দেখি কিলো হিচাপে ৰচনাসমূহ বেচাৰ কথা ভবাচিন্তা কৰি থাকোঁতেই প্ৰখ্যাত নাট্যকাৰ শ্ৰীমহেন্দ্ৰ বৰঠাকুৰদেৱে উদাৰমনা আৰু দূৰদৃষ্টিসম্পন্ন প্ৰকাশক শ্ৰীবংশীধৰ শৰ্মাদেৱৰ লগ লগাই নিদিয়া হলে গুৱাহাটীয়া ৰাইজে পৰম আনন্দেৰে সেই কাগজত পৰিবেশিত চানাচুৰ খাই কাগজবোৰ বাটে-পথে সিঁচি কৰ্পোৰেচনৰ কাম বঢ়োৱাৰ সুযোগ পালেহেঁতেন। শৰ্মাদেৱৰ আগ্ৰহ আৰু চেষ্টাতেই ৰচনাসমূহে পোহৰৰ মুখ দেখিলে। তাৰ বাবে তেখেতৰ আন্তৰিক শলাগ ললোঁ।।

"বহাগতে পাতি যাওঁ বিয়া"—শিতানৰ ৰচনাখন খিলং ৰঙালী বিহু-উদ্‌যাপন সমিতিৰ ১৯৬৭ চনৰ "স্মৃতি গ্ৰন্থত" প্ৰকাশিত হৈছিল। সেইখন ৰচনাৰ নামেৰেই কিতাপখনৰো নামকৰণ কৰা হ'ল।

অকল প্ৰকাশৰ ক্ষেত্ৰতেই নহয় নতুনকৈ লিখাৰ বাবেও উদগনি দিয়া শুভাকাংক্ষী বন্ধু শ্ৰীমহেন্দ্ৰ বৰঠাকুৰ আৰু ডঃ ভগবান চন্দ্ৰ লহকৰদেৱৰ ওচৰতো মই কৃতজ্ঞ। আগ্ৰহী পাঠক বন্ধুৰ তেনে আন্তৰিক সকিয়নিয়ে লিখকসকলক সদায় অনুপ্ৰাণিত কৰে। আন্তৰিক চেনেহৰ ঋণ সুজিব নোৱাৰি।

অনুজপ্ৰতিম শ্ৰীমান ভূপেন্দ্ৰকুমাৰ দাস আৰু শ্ৰীমতী মীনা বৰাই ৰচনাৰ পাণ্ডুলিপি অতি আগ্ৰহেৰে প্ৰস্তুত কৰি দিছিল। তাৰ বাবে তেওঁলোকৰ শলাগ লৈছোঁ। ইতি—

—ভদ্ৰ বৰা

## ইস্পাত আছে :

# ৰন্ধন-প্ৰকৰণ

"The discovery of a new dish does more for the happiness of man than the discovery of a star". দুটা গ্ৰহৰ আবিষ্কাৰ, কেইটামান ৰকেট উৰুৱাৰ সংবাদতকৈ এখন জুতিৰ আঞ্জাৰ আবিষ্কাৰে মানুহক বেছি আনন্দ দিয়ে। কথাষাৰ আখৰে আখৰে সঁচা। ৰসনাৰ আনন্দই শ্ৰেষ্ঠ আনন্দ। বঙালীত কথা এষাৰ আছে :

লিখিব পড়িব খাইব দুখে।
মৎস্য মারিব খাইব সুখে॥

লিখি-পঢ়ি কেইজনে সুখেৰে মৎস্য খাবলৈ পাইছে বাৰু? মাছ মানেই মাছৰ সুস্বাদু বিবিধ ব্যঞ্জন। মানুহে ৰান্ধি খাবলৈ শিকাৰ পৰাই আৰম্ভ হৈছে ৰন্ধন সম্বন্ধে বিভিন্ন গৱেষণা। ৰন্ধন এতিয়া হৈ পৰিছে কলা, উন্নত বিজ্ঞান আৰু ৰান্ধনীসকল হৈ পৰিছে ভদ্ৰলোক। এতিয়া আৰু সেই "শাকে-পাতে ভক্ষণ"ৰ যুগ নাই।

বৰ দুখৰ কথা—জাতে-পাতে অসমীয়া আঞ্জাৰ বিষয়ে গৱেষণা আজিলৈকে হোৱা নাই। অসমত উৎপন্ন হোৱা বস্তুৰে অসমীয়া ৰান্ধনীয়ে অসমীয়া পদ্ধতিৰে জিভাৰ পানী টপ্‌টপাই পৰি থকাকৈ ৰান্ধিব পাৰিবনে? অসমীয়া ৰান্ধনীয়ে শাক-শোকোতা, মাটি-মাহ, পচলা, আলু-বেঙেনাৰ পিটিকা, হাঁহেৰে মাহৰ আঞ্জা—এইবোৰ লৈয়েই ব্যস্ত। তাৰ বাহিৰে কিবা নতুন আঞ্জা আবিষ্কৃত হৈছেনে? হ'ব কেনেকৈ? কোনোবাই জানো মন-কাণ কৰিছে? কোপ্তা, কোৰ্‌মা, পোলাওৰ অনুকৰণত কিবা এবিধ ৰান্ধিব পাৰিলেই তেওঁলোক সন্তুষ্ট। সৰিয়হেৰে ইলিহি মাছৰ "কেঁচা জোল" খাবলৈ আৰম্ভ কৰা

অসমীয়াই এই বিষয়ে একেবাৰে চিন্তা নকৰা হৈছে। অথচ এইটোৱে সুখ-শান্তিৰ মূল-সূত্ৰ—

"We may live without poetry, music and art,
We may live without conscience and live without heart,
We may live without friends, we may live without books,
But civilised man cannot live without cook"

কবিতা, সঙ্গীত, কলা, বিবেক, হৃদয়, বন্ধু-বান্ধৱ, কিতাপ, এই আটাইবোৰ নোহোৱাকৈ চলিব পাৰিলেও আজিৰ সভ্য-জগতৰ মানুহে ৰান্ধনী নোহোৱাকৈ চলিব নোৱাৰে।

কোনো বিষয়া সলনি হ'লে ন-বিষয়াই সেই বাব কোনো বেমেজালি নলগাকৈ চলাই যাব পাৰে। ইজন মন্ত্ৰীৰ পিচত সিজন মন্ত্ৰীয়ে কাম নিয়াৰিকৈ চলাই থাকে, আনকি ৰজা সলনি হ'লেও সহজ আৰু সুচাৰুৰূপে ৰাজ্য চলে। কিন্তু ৰান্ধনী? ভাল ৰান্ধনী এজন সলনি হ'লে সেই অভাৱ পূৰণ কৰা বৰ টান। পৃথিৱীৰ বুৰঞ্জীত বহুতো ৰজাৰ নাম পাইছোঁ; কিন্তু ভাল ৰান্ধনীৰ নাম? এই কথা সঁচা যে মহাগুণী-জ্ঞানী লোকৰ তুলনাত খুব কম ভাল ৰান্ধনীয়ে এই ধৰাতল ধন্য কৰিছে। সকতে বল খেলাৰ কথা মনত পৰিছে। আমাতকৈ বয়সত ডাঙৰ খেলুৱৈসকলৰ ওপৰত বৰ খং উঠিছিল। তেওঁলোকে জোৰকৈ আমাক "গ'ল কিপাৰ" হিচাপে থৈ নিজে গোটেই ফিল্ডখন ঘুৰি গ'ল দিয়াৰ প্ৰচেষ্টা চলাইছিল। তেওঁলোকৰ কোনোবাই ভৰিত দুখ পালেহে আমি আগভাগত খেলাৰ সুযোগ পাইছিলোঁ। সেই কালত গ'ল কিপাৰ হিচাপে খেলাতো আমি অপমানজনক বুলি ভাবিছিলোঁ; আৰু অতি নিকৃষ্ট স্তৰৰ খেলুৱৈকহে সেই 'পজিচনত' খেলিবলৈ দিয়া হৈছিল। আনকি উল্লেখযোগ্য মেচ খেলতো সেই নিয়মেই খেলুৱৈ বাছনি কৰা হৈছিল। আজিকালিহে

বুজিছোঁ ফুটবল খেলত গ'ল কিপাৰৰ এটি গুৰুত্বপূৰ্ণ ভূমিকা আছে। আমাৰ বহুতেই আন চাকৰি পোৱাৰ উপায় নেথাকিলে স্কুলত মাষ্টৰী কাম কৰে। অথচ চোকা-মেধাবী লোকসকলৰ প্ৰয়োজন স্কুলসমূহত। ৰান্ধনীৰ ক্ষেত্ৰতো সেই একেটা ভুলকেই হ'বলৈ ধৰিছে। পিয়ন, চাপ্ৰাচী, দোকানৰ বয়, পাণ দোকান দিবৰ মানসেৰে মূলধন বিচাৰি পিল্‌পিলাই ঘুৰি ফুৰা পিলিঙা ডেকা, খৰিফলা, বোজা কঢ়িওৱা আদি টান কাম কৰিব নোখোজা এলেহুৱা কাঞ্চা—এইবোৰ হ'ল আজিৰ যুগৰ ৰান্ধনী। তেওঁলোকে কি ৰান্ধিব বুজিছেই। এইবোৰ কাৰণতে বোধকৰোঁ কোৱা হয়—"God sends meat, and deril sends cook" ভগৱানে দিয়া মাছ-মঙহ-কণী একোৱেই বেয়া নহয়। কিন্তু এই বস্তুসমূহ খোৱাৰ অনুপযুক্ত কৰি তোলে কোনে? আমাৰ ৰান্ধনীসকলে। বেঞ্জামিন ফ্ৰেঙ্কলীনৰ সমুদ্ৰ যাত্ৰীৰ প্ৰতি লিখা টোকাত ৰান্ধনীৰ কথা উল্লেখ কৰিছে। জাহাজৰ সকলোতকৈ নিকৃষ্ট খালাচীজনকেই সাধাৰণতে ৰান্ধনী পদত বৰণ কৰা হয়। ঠিক বাৰে বাৰে বি.এ ফেল কৰি থকা ছাত্ৰক স্কুলৰ শিক্ষকৰ চাকৰিত নিযুক্ত কৰাৰ দৰেই। তেনে বহুত শিক্ষকে নষ্ট কৰিছে হাজাৰ হাজাৰ ছাত্ৰ আৰু তেনে ৰান্ধনীয়ে নষ্ট কৰিছে আমাৰ ৰসনাৰ তৃপ্তি। মানুহ বৰ খকুৱা জীৱ। কেনে ধৰণেৰে কি কি বস্তু খাব পাৰি তাৰ চিন্তাতেই তেওঁলোক ব্যস্ত। গছ-গছনি, লতাপাত, পশু-পক্ষী, সাপ, বেং পোক-পৰুৱা একোৱেই তেওঁলোকে বাদ নিদিয়ে। ভেকেটা-ভেকেট গোন্ধোৱা পঁইতাচোৰা পালেতো চীনাহঁতৰ জিভা লক্‌লকাই থাকে। মাংসৰ ভিতৰত হেনো কাউৰীৰ মাংসই খাবলৈ বেয়া—তিতা। বঙ্গদেশৰ কাকমাৰ নামৰ অঘৰীসকলৰ বাহিৰেও আন কোনো কোনো সম্প্ৰদায়ৰ লোকেও পৰম তৃপ্তিৰে কাউৰীৰ মাংস ভোজন কৰে। আন কথা বাদ দিওঁ, মানুহে চৰাইৰ বাহো নেৰে। চৰাই বাহৰ চুপ! ভাবি চাওকচোন—গা শিয়ৰি নুঠেনে? চীন আৰু ওচৰ-চুবুৰীয়া কিছুমান ঠাইত চৰাই বাহৰ চুপ বুলিলে মানুহ

পাগল। এইবোৰ চৰাইৰ বাহ পোৱা যায় উত্তৰ বৰ্ণিও, শ্যাম আৰু মালয় দ্বীপপুঞ্জৰ চূণৰ পাহাৰসমূহত। এবিধ চৰাইৰ লেলাউটিৰ দৰে বস্তুৰপৰা হোৱা এই বাহবোৰ সুতাৰে সজা যেন লাগে। এই বাহবোৰ গুড়ি কৰি লৈ তাৰপৰা চুপ আৰু বেলেগ বেলেগ সুস্বাদু ব্যঞ্জন তৈয়াৰ কৰে। যুদ্ধৰ পিচত এই চৰাই বাহৰ দাম বৰ বেছি হোৱা বাবে চৰাই বাহ খাওঁতাইঁতৰ মনত বৰ দুখ।

একালত অৱশ্যে ৰন্ধন-বিদ্যা তিৰোতাসকলৰ একচেতীয়া অধিকাৰ আছিল। মাক বা ঘৈণীয়েক আছিল মুখ্য ৰান্ধনী। আজিকালি আকৌ ৰান্ধনী ৰখাতো এটা বিলাসিতা হৈ পৰিছে। বাবুৰ্চী, খানচামা, নোৱাৰিলেও লাচনি-পাঁচনি কৰিবলৈ ৰখা ল'ৰাটোকেই সময়ত খানচামাৰ পদমৰ্য্যাদা দি পৰিয়ালৰ মৰ্য্যাদা বৃদ্ধি কৰা হয়। হিচাপ কৰি দেখা গৈছে যে তিৰোতা মানুহতকৈ মতা মানুহেই ৰন্ধনত পাকৈত। যিয়েই নেৰান্ধক, জুতি লগাকৈ ৰান্ধিব পৰাটোৱেই ঘাই কথা। অসমীয়াৰ একোতেই উত্তম নাই। "এঃ হলেই হ'ল", "এনেকৈয়ে চলিব দিয়া", "ঠিক আছে, ঠিক আছে", "বিবিধ ব্যঞ্জন ৰান্ধিনো কিটো হ'ব", "একেটা পেটলৈকে যাব", এনে ভাব একোটা লৈয়েই থাকে। অথচ অসমত ভোজন-বিলাসীৰ সংখ্যা উলাই কৰিব-লগীয়া নহয়। (এবাৰ অসমীয়া খ্যাতনামা লিখক এজনে অসমত ভোজন বিলাসীও নাই বুলি কৈ জগৰ লগোৱা কথা মোৰ মনত আছে।) অসমীয়া ভাষাত ৰন্ধন-প্ৰকৰণ সম্বন্ধে পুথি দুখন নে তিনি-খনহে মাত্ৰ আৰু তাতো অসমীয়া সমলেৰে, অসমীয়া প্ৰণালীৰে ৰন্ধাৰ সৰহ নিয়ম-প্ৰণালী নাই।

এটা কথা বিশেষভাৱে লক্ষ্য কৰিবলগীয়া যে তিৰোতা মানুহে সাধাৰণতে ভাল ৰান্ধিছে বুলি শলাগিলে বৰ ভাল পায়। বেয়া ৰান্ধনী বুলি খ্যাতি থকা প্ৰশংসাসূচক বাণী শুনিবলৈ ওঁট পাতে। ৰন্ধনৰ নামত কুটা এগছো নোচোৱা বৰ বৰ লোকৰ ঘৈণীসকলৰ বহুতে আকৌ বাবুৰ্চী, খানচামাই ৰন্ধা কিবা এপদ বস্তু নিজে ৰন্ধা

বুলি বিলাই ফুৰি নাম কৰে। ভূতপূৰ্ব ছোভিয়েট প্ৰধান মন্ত্ৰী খ্ৰুশ্চেভেও তেওঁ নিজে বৰ ভাল ৰান্ধে বুলি দাবী কৰিছিল। তেখেতৰ এই দাবীত আমি আচৰিত হোৱা নাছিলোঁ। কাৰণ ছোভিয়েট দেশ সকলোফালেই আগবঢ়া। প্ৰতি বছৰে তেওঁলোকে ৰন্ধন প্ৰতিযোগিতা পাতে। এই প্ৰতিযোগিতা পতা হয় মস্কোত। আটাইতকৈ সুস্বাদু আহাৰ ৰন্ধা এই প্ৰতিযোগিতাত নিজৰ শ্ৰেষ্ঠতা দেখুৱাবৰ বাবে প্ৰতিজন ৰান্ধনীক তেওঁৰ মাথোন এবিধ পদ্ধতিহে দেখুৱাবলৈ দিয়া হয়। কেইবছৰমান আগৰ শ্ৰেষ্ঠ প্ৰতিযোগী বিগাৰ এমিলিয়া বেলকোভিচৰ কথাৰপৰা বুজা যায় যে তেওঁলোকে এই প্ৰতিযোগিতাৰ বাবে বছৰৰ পিচত বছৰ ধৰি সাধনা কৰে। তেওঁ হেনো ছবছৰ বয়সৰপৰা অভিজ্ঞ বুঢ়ীমাকৰপৰা এই বিদ্যা শিকিছিল।

কিবা এটা বিষয়ত নাম কৰিব লাগিলে নতুন পদ্ধতি উদ্ভাৱন কৰিব লাগে। নহ'লে নাম কৰিব নোৱাৰি। বহুতৰ নাম কৰাৰ লোভ আছে—অথচ নতুন কিবা উদ্ভাৱনৰ শক্তি নাই। বহু চিন্তা কৰি দেখিলোঁ কিবা এটা পথ দেখুৱাই নিদিয়াটো অন্যায় হ'ব। অনায়াসে নাম কৰিব পৰা ৰন্ধনৰ কেইটামান নতুন কিটিপ আপোনাক গোপনে দি থলোঁ।

## বেঙেনা পোৰা প্ৰণালী

**উপকৰণ :** ভোলা বেঙেনা এটা, এচিকটামান লোণ, পৰিমাণ মতে আদা, এটা মজলীয়া ধৰণৰ পিয়াজ আৰু অলপ মিঠাতেল যতনাই লওক।

**প্ৰণালী :** প্ৰথমতে বেঙেনাটি ধুই লৈ তাত ভালকৈ মিঠাতেল সানক। এতিয়া জ্বলন্ত আঙঠাত বেঙেনাটি ভালকৈ পুতি পেলাওক। আধা গাতত সোমোৱা নিগনিৰ নেজডালৰ দৰে ঠাৰিডাল উলিয়াই ৰাখক। কিছুপৰৰ পিচত ঠুচকৈ এটা শব্দ হ'ব। আৰু বেঙেনাৰ

পৰা পাতল চিঁ-চিঁয়নি শব্দ এটা ওলাব। তাৰ কিছু পিচতেই বেঙেনাটি উলিয়াই আনি বাকলি গুচাই আগেয়ে গোটাই থোৱা উপকৰণ মিহলাই আঙুলিৰ ফাঁকেৰে উলিয়াই উলিয়াই সানি ভক্ষণ কৰক।

বিঃ দ্রঃ—বেঙেনা কেতিয়াও ডাক জুইত নিদিব।

## মাছ ভজাৰ পদ্ধতি

**উপকৰণঃ** দুশ পঞ্চাশ গ্ৰাম মাছ, হালধি, লোণ অৰু তেলৰ বটলটি ওচৰত লওক।

**প্ৰণালীঃ** মাছখিনি কাটি ভালকৈ ধুই লওক। লোণ আৰু সেই পৰিমাণে হালধি সানি লওক এতিয়া মাছখিনি আধামান ডুবি থকাৰ আন্দাজেৰে বটলটোৰপৰা তেল দিয়ক। তেল তপত হ'লে মাছ বহাই দিয়ক। মাছ ৰঙা হ'লে তুলি আনি ফুৱাই ফুৱাই অলপ ঠাণ্ডা কৰি খাই চাওক। যদি ঠিক মতে ভজা হৈছে তেনেহ'লে নমাই থওক। যদি হোৱা নাই আকৌ ভাজক। কিছু সময় ভাজি আগেয়ে উল্লেখ কৰা ধৰণেৰে আকৌ পৰীক্ষা কৰক।

## চিকেন বা মটন কাৰী ৰন্ধাৰ কৌশল

( হঠাৎ বিশিষ্ট আলহী আহি পালে )

**উপকৰণঃ** টিফিন কেৰিয়াৰ এটি, টকা কেইটিমান, দৌৰা-দৌৰিকৈ অহা-যোৱা কৰিব পৰা ল'ৰা এটি।

**প্ৰণালীঃ** আপুনি ভালকৈ ৰান্ধিব নেজানিলে বা কিনি আন ৰান্ধিবলৈ সময় নেথাকিলেও এই প্ৰণালী প্ৰয়োগ কৰিব পাৰে। আপুনি আলহীৰ লগত দুই-এষাৰ কথা পাতি ৰান্ধনী ঘৰ সোমাওক।

প্ৰয়োজন বোধে ওপত কেবাহী এখন সামান্য তেল দি বা নিদিয়াকৈ পানী দিয়ক যাতে চেন-চেনাই থকাৰ শব্দ শুনি আলহীয়ে বিশ্বাস কৰে যে আপুনি ৰন্ধা-বঢ়াত বৰ ব্যস্ত। ইতিমধ্যে আপুনি ওপৰত উল্লেখ কৰা ল'ৰাটিৰ হাতত টিফিন কেৰিয়াৰটি দি তাক ভাল ৰেষ্টুৰেণ্ট এখনলৈ পঠিয়াই দিয়ক। আলহী অনুপাতে সি ৰেষ্টুৰেণ্টৰপৰা চিকেন বা মাটন্‌কাৰী কিনি আনিব। বস্তুখিনি আহি পোৱাৰ পিচত আপুনি পৰিবেশনৰ সময়ত শুদাই শুদাই খাব লগা হ'ল, "খুব কম সময়ৰ ভিতৰত ৰান্ধিবলগীয়া হ'ল; খুব বেয়া হৈছে চাগৈ"— ইত্যাদি ফট্‌কা ফুটাই থাককে।

বিঃ দ্ৰঃ—এই প্ৰণালীৰে মাছৰ জোল, কণীৰ জোল আদিও কৰি খুৱাব পাৰি।

## চৰাই বাহৰ চুপ

উত্তৰ বৰ্ণিও, মালয় আদি ঠাইত চৰাই বাহেৰে চুপ আৰু বেলেগ বেলেগ ধৰণেৰে জোল ৰন্ধাৰ কথা উল্লেখ কৰি আহিছোঁ।

অসমত হবেক ৰকমৰ চৰাই পোৱা যায়। পোৱালী জগাই উৰি যোৱাৰ পিচত বাহবোৰ এনেয়ে পৰি থাকে। ঘৰতে পোৱালী জগোৱা পাৰ, ঘৰ-চিৰিকা আৰু শালিকাৰ বাহবোৰ সংগ্ৰহ কৰিব পাৰি। কপৌ, বালিমাহী, টিপচী আদিৰ বাহেৰেও এই প্ৰচেষ্টা চলাব পাৰি। বজাৰৰ মাছ-মঙহ কিনি খাব নোৱাৰা অৱস্থা হৈ আহিল। আগেয়ে চকুত তেল বহাই থৈয়ে বিচাৰি আনিব পৰা কচু-ঢেকীয়াবো ওচৰ চপা টান হ'ল। যদি এই খাদ্য জনপ্ৰিয় কৰি তুলিব পাৰি তেনেহ'লে আৰু কথা নাই। মই মাথোঁ পাৰ বাহৰ কোৰ্মা ৰন্ধাৰ প্ৰণালীহে সংক্ষেপে লিখিলোঁ।

## পাৰ বাহুৰ কোৰ্মা

**উপকৰণঃ** এটা পাৰৰ বাহু, ঘিঁউ এছটাক, টেঙা দৈ এপোৱা, সৰু পিয়াজ চাৰে পাঁচটা, নহৰু ডেৰটা, আদা আৰু নিমখ-হালধি বস্তুৰ পৰিমাণ মতে।

**প্ৰণালীঃ** চৰাই বাহুটো ডোখৰ-ডোখৰ কৰি কাটি দৈ সানি কিছুপৰ থৈ দিয়ক। ৫½টা পিয়াজ, ডেৰটা নহৰু আৰু আদা পটাত ভালদৰে পিহিবলৈ কোনোবা এজনক লগাই দিয়ক। তাৰ পিচত পিহি থোৱা মছলাখিনি কাটি থোৱা বস্তুখিনিত ভালদৰে সানি চৌকাৰ ওপৰত থকা চচ্‌পেনটোত বহাই দিয়ক। অলপ ভজা হ'লে তাত পিয়াজ ৫½টা আৰু পানী দি ভালকৈ জাল দিয়ক। মাজতে গোটাই লোৱা উপকৰণ কিবা ভুলতে বৈ গ'ল নেকি চাওক। যদি কিবা ৰ'ল সেইখিনিও চচ্‌পেনত পেলাই দিয়ক।

বিঃ দ্ৰঃ—ডাঙৰ চৰাই বাহু নল'ব। ল'বলগীয়া হ'লেও জেংবোৰ আঁতৰাই ল'ব। আৰু বৰ মৰম লগাকৈ মাতি আনি চাকৰ-নাকৰক প্ৰথমতে "টেষ্ট" কৰিবলৈ দিব।

## নতুন পদ্ধতি

সকলো ধৰণৰ ৰন্ধন প্ৰণালী ঠোৰতে কোৱা টান। আচল কথা হ'ল—নতুন কিবা ৰান্ধি খুউৱাৰ আগ্ৰহ। অসমত কল গছৰ অভাৱ নাই। পচলাৰ পোলাও ৰান্ধিব নোৱাৰিনে? পুঠি মাছৰ মূৰি-ঘণ্ট, দৰিকনা মাছৰ কোপ্তা, বৰালী মাছৰ 'ষ্টু', হাঁহৰ ভিন্দালু, মিঠা-জাওৰ ৰোষ্ট, কোমোৰাৰ কাবাব, অমিতাৰ মোগলাই খাৰ, উৰহীৰ টাকা, মাছৰ নাইবা ভেবেলীলতাৰ কাৰী, ঢেঁকিয়াৰ বিৰিয়ানী, বাবৰি বা খুতুৰা শাকৰ ফিৰিজী, ভেণ্ডীৰ ৰেজালা, চেং মাছৰ মোছাল্লাম, খকুৱা বেঙেনাৰ চুবোহা—এইবোৰ ৰান্ধিব নোৱাৰিনে? তেহে আমাৰ ডেকাইঁতে এসাজ খোৱা যেন পাব। ৰন্ধন-প্ৰকৰণৰ আন এটি ঘাই

কথা নামকৰণ। আঞ্জা, টেঙা, শাক এইবোৰ শব্দ শুনিলেও আভোক যেন লাগে। উপকৰণ আৰু ৰন্ধন প্ৰণালী অসমীয়া হ'লেও নামবোৰ আপটুডেট্ হোৱা উচিত। নহ'লে জিভাৰ পানী পৰিব কিয় ?

ইটালীৰ স্পাঘেটী, ইংলণ্ডৰ খৃষ্টমাছ কেক, ফ্ৰান্সৰ পেষ্ট্ৰীৰ বিশ্বজোৰা নাম। ভাৰতীয় কোনো ব্যঞ্জনেই তেনে বিশ্বজোৰা খ্যাতি অৰ্জন কৰিব পৰা নাই। মোৰ কথা শুনিলে অসমীয়া ৰান্ধনীয়ে ভাৰতক ৰন্ধন ক্ষেত্ৰত পথ প্ৰদৰ্শন কৰিব পাৰিব।

# ষড়যন্ত্ৰ

মই এটা বিৰাট ষড়যন্ত্ৰৰ আভাস পাইছোঁ। ক্ষমতা-বলিয়া মানুহে যেতিয়া অস্ত্ৰ সম্পদেৰে পৃথিৱীখন মিনিটত কেইবাৰ ধ্বংস কৰিব পাৰি তাৰ ন-পাটীগণিত সৃষ্টি কৰাত ব্যস্ত, সেই সময়তে আন এটি পৰাক্ৰমী শক্তিয়ে মানৱ জাতিৰ বিৰুদ্ধে মূৰ তুলি উঠিবলৈ উপক্ৰম কৰিছে। অথচ তাৰ প্ৰতি কাৰো ভ্ৰূক্ষেপ নাই। মই দুদিন-মানৰপৰা এই বিষয়ে গভীৰ চিন্তাত নিমগ্ন আছোঁ।

এদিন অফিচলৈ যাবলৈ খপ্‌জপাই ওলাই দেখোঁ নাইলনৰ ছটকীয়া মোজাযোৰৰ এপাট নাই। বিচাৰ-খোচাৰ কৰি অৱশেষত ঘৰৰ এচকুত অৰ্দ্ধভুক্ত অৱস্থাত মোজাপাট পালোঁ। আৰু এদিন মোৰ গৰম দিনৰ আশা-ভৰষাৰ স্থল স্বৰূপ হাৱাইন চাৰ্টটো ধুবিক দিবলৈ মাটিত পেলাই থৈছিলোঁ, ৰাতিপুৱা চাওঁ হাত আৰু পিঠিৰ ফালে দুচকল নাই। এই নিদাৰুণ অপকৰ্মৰ কৰ্তা কোন জানে? নেজানে? কিয় জানিব! জোৰ পুৰি হাত নেপায় মানে চেতনা আহিবনে? এই কদৰ্য্য বৃত্তিৰ কৰ্তা হ'ল—মূষিক!

মোৰ মোজা এপাট হেৰোৱাৰ খণ্ডত মই আপোনালোকক মূষিক কুলৰ বিপক্ষে উচতাই দিব খোজা নাই। মই সিমান প্ৰতি-হিংসা পৰায়ণ নহওঁ। গ'ল গ'ল এপাট নাইলনৰ মোজা। তিনি মাহৰ বাহি পইচা গোটাই কিনিছিলোঁ। কপালত নাই নিপিন্ধো। কিন্তু এই খাই পাত ফলাৰ সঁচ নিগনিৰ ষড়যন্ত্ৰৰ কথা পাহৰোঁ কেনেকৈ? এইখিনিতে কথা এষাৰ কৈ থোৱা ভাল। নিগনি শব্দৰ অৰ্থ ই ৰূপ, গুণ আৰু বংশমৰ্য্যাদাত সমপৰ্য্যায়ৰ চিকা, শলিয়া আদি "চোকা দঁতীয়া" জন্তুৰ গা চুই গৈছে।

অলপতে ৰাজ্য সভাত কথাটোৰ আলোচনা হৈছিল। ৯ জন সদস্যৰ প্ৰশ্নৰ উত্তৰত খাদ্য উপমন্ত্ৰীয়ে জনায় যে ভাৰতত নিগনিৰ সংখ্যা জনসংখ্যাতকৈ দুগুণ বেছি অৰ্থাৎ ইয়াৰ সংখ্যা হ'ল দুশ চল্লিশ কোটি। এতিয়া এই সংখ্যাও ভুল বুলি জানিব পৰা হৈছে। পুণাৰ জাতীয় ৰাসায়নিক গৱেষণাগাৰৰ সঞ্চালকৰপৰা জনা গৈছে যে মানুহতকৈ নিগনিৰ সংখ্যা ত্ৰিশ গুণ বেছি অৰ্থাৎ ১৯৬১ চনৰ ভাৰতীয় জনগণনাৰ হিচাপত নিগনিৰ সংখ্যা হ'ব ১৩১৭৭০৪৩১৩০ আৰু পৃথিৱীৰ নিগনিৰ সংখ্যা হ'ব প্ৰায় ৮৭৮৫০০০০০০০০। সাংঘাতিক কথা! সৰু জন্তু বুলিতো কথাটো উৰুৱাই দিব নোৱাৰি। দুগুণ, তিনিগুণ নহয়, ত্ৰিশগুণ। তাতে এলাপেচা জন্তু হ'লেও কথা আছিল। সাংঘাতিক বদমাচ আৰু তীক্ষ্ণ বুদ্ধিৰ জীৱ।

অদ্ভুত সাহস! নহ'লেনো পশুৰাজ সিংহৰ কেশৰ কুটিবলৈ সাহস কৰেনে? ছলে-বলে-কৌশলে ই কৰোঁ বোলা কাম কৰিবই। পিচত ইচ্ছা গ'ল এদিন পশুৰাজকে উদ্ধাৰ কৰিলে। কিন্তু পশুৰাজৰ উদ্ধাৰ কাহিনী কৃতজ্ঞতাৰ ঋণ পৰিশোধ নহয়। whim—খেয়াল। ই আপোনাৰ ঘৰতেই থাকিব, আপুনি বাকী কৰি অনা বস্তু সোধ-পোচ নোহোৱাকৈ খাই, পেলাই সাং কৰিব, আপোনাৰ ভঁৰালৰ বস্তু নি গাতত সুমুৱাব, নাইলনৰ মোজা নি পিন্ধিব (গাতলৈ নি সৰু চাইজৰ কৰি বোধহয় পিন্ধে।) আপোনাৰ আলমাৰী, ড্ৰয়াৰ, অ'ভাৰ-কোটৰ জেপ বেফিকিৰ 'মেটাৰনিটি চেকটন' হিচাপে ব্যৱহাৰ কৰিব, আপোনাৰ "তেওঁ" যতনে সজাই থোৱা বস্তু প্লেট উদঙাই "টেষ্ট" কৰি চাব, আপোনাৰ দামী-দামী কিতাপৰ ভাল ভাল অংশবোৰ নি সিহঁতৰ পেন্দুকনা ল'ৰা-ছোৱালীক খেলিবলৈ দিব, আপোনাৰ গোপনীয় দলিল-পত্ৰ পঢ়ি চিকুচিকাই ঠাট্টা কৰিব, দুসেৰ হ'লেই বেচিব খোজা বাতৰি-কাকত ডেৰ সেৰ কৰি বাজেটত "কাট মোচন" পাছ কৰাব, কিন্তু বিপদৰ সময়ত আপোনাৰ ঘৰত নাথাকে।

আপোনাৰ সুখৰ ভাগী কিন্তু আপোনাৰ লগত মৰিবলৈ সাজু নহয়। কিবা এটা বিপদৰ আশঙ্কা দেখিলেই ইহঁতক আপুনি বিচাৰি নেপায়। নিমখ হাৰাম।

## নিগনিৰ জয়গান

মাৰ্কিন জাতিটোৰ হুজুগপ্ৰিয় বুলি বদনাম আছে। কবি-বিলাকক এনেয়ে পাগলৰ শাৰীত ধৰা হয়। তাতে যদি তেওঁ মাৰ্কিন কবি হয়, তেনেহলে কেনে সাংঘাতিক হ'ব সহজেই ঐকিক নিয়মে এটা সিদ্ধান্ত কৰিব পাৰি, এমিলী ডিকিনচন নামৰ মাৰ্কিন কবি এগৰাকীয়ে নিগনিৰ বিষয়ে কি লিখিছে শুনক :

The rat is the concisest tenant
He pays no rent—
Hate cannot harm
A foe so reticent.

ভাৰা নিদিয়াকৈ টিঘিল ঘিলাই ফুৰে ; ওঁ—মানি লৈছোঁ, শত্ৰু। এইটোও মানি লৈছোঁ। কিন্তু reticent ? ইহঁতৰ চিকচিকনিত কেঁচুৱাই ৰাতি উচপ খাই উঠি মাকক আমনি কৰে, ইহঁতৰ ঘিটঘিটনিত আন্ধাৰ নিশা সাৰ পাই চোৰ সোমাল বুলি ঘৰৰ শিতানত চোৰ কাটিবলৈ থোৱা পৰশু কুঠাৰ খামোচ মাৰি সেপ ঢুকি থাকিব লাগে ; কেতিয়াবা আকৌ ভূতে লম্ভিলে বুলি ত্ৰাসত কাপোৰ-কানি অশুচি কৰিবলগীয়া অৱস্থা হয়। ইহঁত আকৌ reticent হ'বও পাৰে। তোমালোকৰ দেশ পকী ঘৰেৰে ভৰা, ক'ত ঘটঘটাব পাৰে ? তোমা-লোকেই ঘপহকৰে মাতিব নোখোজা, তোমালোকৰ নিগনিবোৰো চাগৈ তেনেকুৱাই।

মই নিজে এই বিষয়ে কোনো মন্তব্য নিদিওঁ। কিবা ক'লে আপোনালোকে মোজা কুটা খণ্ডত কোৱা বুলি ভাবিব। গতিকে ইহঁতৰ কাণ্ড-কাৰখানাৰ কথা দুটামান সহজ-সৰলভাৱে কৈ যাম।

# জিঘাংসা

বাতৰি কাকতত কিছুদিনৰ আগেয়ে পঢ়িছিলোঁ, আপোনালোকে সামান্য প্ৰাণী বুলি গণ্য কৰা এটা ক্ষুদ্ৰ নিগনিয়ে দুটা হাতী মাৰিছে, এটা নহয় দুটা। বৰ বৰ চিকাৰীয়ে নানান ছল-চক্ৰান্তেৰে এটা হাতী মাৰি বাতৰি কাকতত ফটো প্ৰকাশ কৰে, চৰকাৰৰপৰা পুৰস্কাৰ পায়। আন সা-সুবিধাতো লয়েই, তাৰ উপৰিও কেনেকৈ হাতী মাৰিলে তাকে কেনেকি কেনেকি লিখি নাম কৰে। ধনো ঘটে। তেওঁলোকে হাতী মাৰে হাতীত উঠি। শুদা হাতেৰেও নহয়, কত ৰকমৰ যন্ত্ৰপাতিৰ সহায়ত। ঠাইখনৰ কিবা আঁকোৱা পকোৱা নাম। জিভাত নাহেই। তাত এটা ক্ষুদ্ৰ নিগনিয়ে শুৰৰ বিন্ধাৰে সোমাই উশাহ-নিশাহ বন্ধ কৰি হাতী এটা নৃশংসভাৱে হত্যা কৰিছে। মাকজনী পোৱালীটিৰ গাত পৰাত পোৱালীটিও চেপেটা হয়। বুধি যাৰ বল তাৰ। খন্তেকৰ ভিতৰত দুটা হাতী বধ! পৃথিৱীৰ সৰ্ব-বৃহৎ স্থলচৰ জন্তুৰ নিগনিৰ হাতত কি লাঞ্ছনা! এইবোৰ কি ধেমালিৰ কথা? হাতী মাৰিবলৈ যাৰ সাহস-বুদ্ধি আছে তাৰ যদি এদিন মানুহ মাৰিবলৈ ইচ্ছা হয়! মনত পেলাই দিয়া বোধকৰোঁ বেয়া নহ'ব আমাতকৈ সিহঁতৰ সংখ্যা ত্ৰিশগুণ বেছি।

মেকুৰীৰ ডিঙিত টিলিঙ-অঁৰা প্ৰবাদ বাক্যটি পৃথিৱীৰ সৰহ-ভাগ ভাষাতে আছে। সি পুৰণি কালৰ কথা; আজিকালি নিগনিৰ মেণ্টেলিটি বেলেগ। মেকুৰীৰ লগত নিগনিৰ খাদ্য-খাদক সম্বন্ধ। কিন্তু দুদিনমানৰ আগতে "নাফেনে" চাইগনৰ পৰা পৰিবেশন কৰা বাতৰি এটি পঢ়ি পেটতে হাত ভৰি লুকাইছে। বিয়েন হোৱা জিলাৰ মানুহ এজনৰ ঘৰত পোহনীয়া মেকুৰী এটা কিছুমান নিগনিয়ে মাৰি পেলাইছে। এদিন ৰাতি মেকুৰীটোৰ কাতৰ আৰ্তনাদ শুনি গৰাকীয়ে উঠি আহি দেখে পাশৱিক কাণ্ড। প্ৰায় বাৰটামান নিগনিয়ে মেকুৰীটোক নিৰ্মমভাৱে আক্ৰমণ কৰিছে। তেওঁ লৰালৰিকৈ পোহনীয়া কুকুৰটো মাতি অনাতহে নিগনিবোৰ পলাই

যায়। (বোধকৰোঁ নিগনিৰ মহিমা দেখি তেওঁ নিজে নিগনি খেদিবলৈ সাহস নকৰিলে!) কিন্তু মেকুৰীৰ অৱস্থা ইতিমধ্যে কাহিল হৈ পৰিছে। কিছু সময়ৰ পিচতেই খাদ্যৰ নিৰ্মম অত্যাচাৰ সহ্য কৰিব নোৱাৰি খাদকে লাজ, অপমান, দুখ আৰু বেজাৰত ইহলীলা সম্বৰণ কৰে।

টাইপান পৃথিৱীৰ ভিতৰতেই এটি অতি বিষাক্ত আৰু মাৰাত্মক সাপ। এই সাপৰ আগত পৰা মানে নিশ্চিত মৃত্যু। কিন্তু সেই সাপৰ নিগনিৰ হাতত কি লঘু-লাঞ্ছনা হৈছিল জানে? নৰ্থ কুইন্স লেণ্ডৰ হাটলি ক্ৰীক চিৰিয়াখানাৰ ঘটনা। নতুনকৈ ধৰি অনা এটি ভয়ঙ্কৰ টাইপানক খাদ্য হিচাপে দিয়া হ'ল এটি বিলাতী এন্দুৰ, কিন্তু দৈৱক্ৰমে সাপৰ ভোক লগাৰ আগতেই ভোক লাগিল নিগনিৰ। আগত পৰি আছে টাইপান। সাৰে ক'ত? লগে লগেই আৰম্ভ হ'ল তয়ামৰা ৰণ।" যুঁজত নিগনিৰেই জয় হ'ল। কৰ্তৃপক্ষই যেনিবা লৰালৰিকৈ নিগনিটো আঁতৰাই বিশ্ববিশ্ৰুত বিষাক্ত আৰু ভয়ঙ্কৰ সাপৰ কলধপ কলধপকৈ থকা জীৱন ৰক্ষা কৰিলে।

১৯৬৭ চনৰ ঘটনা। সাধাৰণ নিগনি এটাই কি কাণ্ড কৰিছে শুনক। ঘটনাস্থল ইংলেণ্ডৰ কোনো এখন সৰু চহৰ। এজন লোকৰ বিষাক্ত সাপ পোহাৰ চখ আছিল আৰু সাপৰ প্ৰধান আহাৰ হিচাপে তেওঁ জীৱন্ত নিগনিকেই পৰিবেশন কৰিছিল। আগৰ দৰেই এদিনাখন বিষাক্ত সাপ এটাক ৰাতিৰ আহাৰ স্বৰূপে দিয়ক নিগনি এটা। পিচদিনাখন উঠি দেখে সাপটো মৰি আছে—ক্ষত-বিক্ষত অৱস্থাত। আৰু নিগনি প্ৰবৰ বীৰদৰ্পে এচুকত থিয় হৈ আছে। এই বীৰ প্ৰবৰ নিগনিটোৰ বয়স আছিল তেতিয়া মাথোন ছমাহ। নাম হাৰ-কিউলছ। অলপতে হাৰকিউলছৰ বাৰ্ধক্যৰ বাবে মৃত্যু হয়। 'তেওঁৰ' খবৰ প্ৰায়বিলাক বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাত বৰ বৰ মন্ত্ৰীৰ বিবৃতি ওলোৱা ঠাইতেই প্ৰকাশ পাইছিল।

বিলাতী নিগনিৰ সমান সাংঘাতিত বুধিয়ক আৰু অনিষ্টকাৰী জীৱ

পৃথিৱীতেই নাই। অষ্ট্ৰেলিয়া চৰকাৰক এই নিগনিয়ে ঢোকে ঢোকে পানী খুৱাই আছে। নিগনিৰ উৎপাত নথকা হ'লে অষ্ট্ৰেলিয়াৰ অৰ্থনীতিয়ে হয়তো বেলেগ গঢ় ললেহেঁতেন।

নিগনিৰ দৰে অনিষ্টকাৰী জন্তু খুব কমেইহে আছে। যিহে একোটা দাঁত! আমাৰ ছিলঙৰ এটা গুদামত ওলাইছিল দঁতাল নিগনি। নিজে দেখিছোঁ। হাতীৰ সমান নহ'লেও এনে প্ৰকাণ্ড দাঁত যে দেখিয়েই ভয় লাগে। বহুৱাই দিলে কথাই নাই। অৱশ্যে এতিয়ালৈ নিগনিয়ে মানুহ মাৰিছে বুলি কোনো বাতৰি পোৱা নাই। কেতিয়াবা কোনোবাই নেজত ধৰোঁতে বা গচকত পৰি যদি কেতিয়াবা কাৰোবাক দাঁত বহুৱাইছে সি উল্লেখযোগ্য ঘটনা নহয়। কিন্তু এই কথা মই ডাঠি ক'ব পাৰোঁ নিগনিয়ে মানুহ মাৰিবলৈ পাকে-প্ৰকাৰন্তেৰে ষড়যন্ত্ৰ কৰিছে। পৃথিৱীত খাবলৈ নেপাই বহুতো মানুহ মৰিছে। কিন্তু নিগনি?

## খাদ্য সমস্যা আৰু নিগনি

খাদ্য দপ্তৰৰ হিচাপ মতে এবছৰত এটা নিগনিয়ে ১২ কিলো খাদ্য খায়। এটা নিগনিয়ে কমেও এমাহত ১১ কিলো খাদ্যবস্তু নষ্ট কৰে। খাদ্য সমস্যা মানুহৰ ঘাই সমস্যা। আৰু নিগনিয়ে এই জ্বলা জুইত কেনে ধৰণেৰে ঘিউ ঢালিছে অঙ্ক কৰি উলিয়াই ভাবি চাওক। দিল্লীত কিমান নিগনি আছে জানে? ১৯৬২ চনৰ নিগনি পিয়ল মতে ৩০,০০০,০০০। মুঠ জনসংখ্যাৰ মাহেকৰ খাদ্যবস্তুৰ এসপ্তাহৰ খাদ্য তেওঁলোকেই হজম কৰে। দিল্লী মিউনিচিপালিটি কৰ্পৰেচনে বছৰি ১,৬০০,০০০ কৈ নিগনি নিধন কৰিও নিগনি কুলৰ নোমকেই লবাব পৰা নাই।

অলপতে উলিওৱা এটি হিচাপৰপৰা জনা গৈছে যে ভাৰতৰ মুঠ উৎপন্ন খাদ্যবস্তুৰ শতকৰা দহভাগ নিগনিয়ে নষ্ট কৰে।

মাৰ্কিন চৰকাৰে এই বিষয়ত আৱশ্যকীয় তথ্যপাতিৰ যোগান ধৰিছে। আমেৰিকাত প্ৰত্যেকটি নিগনিয়ে বছৰি ২ ডলাৰ মূল্যৰ খাদ্য খায়। প্ৰত্যেকটি নিগনিৰ কাৰণে আমেৰিকানসকলে বছৰত ২২ ডলাৰ বা টকাৰ লেখেৰে ১০৫ টকা খৰচ কৰিবলগীয়া হয়। অৰ্থাৎ বছৰি তেওঁলোকৰ নিগনিৰ শিতানত খৰচ হয় ১৩,২৩,০০০,-০০০,০০০ টকা।

## অসমৰ নিগনি

আজি কিছুদিনৰপৰা অসমৰ মানুহ নিগনি বুলিলে চক খোৱা হৈছে। ইহঁত জীয়াই থাকিলেও বিপদ মৰিলেও শঙ্কা। মৰিও যাওঁ মাৰিও যাওঁ বুলি প্লেগৰ বিভীষিকাৰেই আমাক সৰিয়হ ফুল দেখুৱাইছে। অলপতে অসমবাসীৰ থৰকাচুটি হেৰুৱাই দিছিল। এই ষড়যন্ত্ৰকাৰীসকলে কিছুমানক খাবলৈ নিদি মাৰিছে আৰু খাবলৈ পোৱাবিলাকক উৎকট ৰোগৰ মুখত পেলাই দিয়াৰ অভিসন্ধি কৰিছে।

চৌৰ্য্যবৃত্তিতো এওঁলোক সিদ্ধহস্ত। মানুহে চুৰি কৰিলে কেতিয়াবা পোৱাৰ সম্ভাৱনা থাকে। নেপালেও থানাত এজাহাৰ দি অন্ততঃ মনত অলপ সান্ত্বনা লভিব পাৰে। কিন্তু ইহঁতে চুৰি কৰিলে ঘুৰাই পোৱাৰ কোনো সম্ভাৱনা নেথাকে। ইণ্ডিয়ান পিনাল ক'ডৰ ৩৮০ ধাৰা মতে ইহঁত জগৰীয়া ; কিন্তু ইহঁতক লৈ চৰকাৰী আইন বিভাগ নিৰুপায়।

নিগনি নিধনৰ নানান চেষ্টা মানুহে কৰিছে। অসমীয়াৰ বাঁহ-চুঙাৰ ফান্দতো দুই-এটা নিগনি মৰিছে। আজিলৈকে যিমানটা কৌশল ওলাইছে সিমানটা নিগনিও মৰা নাই। কালনাগৰ ফণাত নৃত্য কৰাৰ দৰে নিগনিয়েও ফান্দৰ পোৱা মাছ মুখত লৈ নৃত্য কৰা নিজ চকুৰে দেখিছোঁ। আজিকালি নিগনি মাৰিবলৈ নানান ধৰণৰ বিহ ওলাইছে। এই বিহ খাই আমাৰ দুই-এজনে আত্মহত্যাৰ ব্যৰ্থ চেষ্টা কৰাও শুনিছোঁ, কিন্তু নিগনি কুল ধ্বংস কৰাৰ সম্ভাৱনা দেখা নাই। ১৯৫৮ চনত পশ্চিমবঙ্গ চৰকাৰে প্ৰত্যেক ডাল নিগনিৰ নেজৰ বাবে ৬ নয়া পইচাকে পুৰস্কাৰ ঘোষণা কৰিছিল। কিন্তু দুখৰ বিষয় তেওঁলোকে

এই কৌশলেৰে নিগনিৰ এডালো নেজ সংগ্ৰহ কৰিব নোৱাৰিলে। বম্বেতো প্ৰত্যেকটি নিগনিৰ বাবে দহ পইচাকৈ পুৰস্কাৰ ঘোষণাৰ বিষয়ে আলোচনা চলিছিল। কিন্তু সেই বিষয়ৰ সিদ্ধান্ত বা ফলাফলৰ বিষয়ে একো জানিব পৰা নহ'ল।

ইন্দোনেছিয়াৰ ইন্দ্ৰমায়ু নগৰৰ কৰ্তৃপক্ষই আৰু এটা নতুন কৌশল আবিষ্কাৰ কৰিছে। তেওঁলোকে ঘোষণা কৰিছে বিয়াৰ লাইচেঞ্চৰ মাচুল হিচাপে পঁচিশডালকৈ নিগনিৰ নেজ জমা দিব লাগিব। বিয়াৰ আনুষঙ্গিক দা-দৰখাস্তৰ লগতো পাঁচডালকৈ নেজ জমা দিব লাগিব। এৰা বুধিটো বেয়া নহয়। পিছে কৌশলটিত অলপ খুঁত ৰ'ল। গাঁতত সোমাবলৈ ধৰা নিগনিৰ নেজ ছিঙি প্ৰমাণ পোৱা গৈছে যে নেজ বৰ্জিত নিগনি অমৰ হৈয়েই থাকে। গতিকে এডাল নেজ দেখি এটি নিগনি মৰিল বুলি কৰা সিদ্ধান্ত ভ্ৰান্তিযুক্ত হোৱাৰ সম্ভাৱনা আছে। লাইচেঞ্চ লবালবিকৈ উলিয়াব লগা হলে dealing-assistant আৰু সেই বিভাগৰ ভাৰপ্ৰাপ্ত কৰ্মচাৰীসকলক নিগনিৰ নেজেৰে ভেটি বা ঘোঁচ আদিও দিয়াৰ নিয়ম কৰা হ'লে এই ব্যৱস্থা অধিক কাৰ্য্যকৰী হ'লহেঁতেন।

ভাৰতৰ বহুতো ঠাইত নিগনি ভক্ত আছে। নিগনি সিদ্ধিদাতা গণেশৰ বাহন। মন্ত্ৰীৰ চাপ্ৰাচীও ভেমত ওফন্দি থাকে—আৰু সিদ্ধিদাতা গণেশৰ বাহনে এইকণ প্ৰিভিলেজ নাপাবনে? বম্বে কৰ্পোৰেচনৰ মিটিং এখনত এজন সদস্যই এই যুক্তি দাঙি ধৰিছিল। বহুতে হয়তো অহিংসা নীতিৰে এই সমস্যা সমাধান কৰাৰ প্ৰস্তাৱো আগবঢ়াব পাৰে। যিয়েই যি পৰামৰ্শ আগ নবঢ়াওক জোৰ পুৰি হাত পালেহি কিন্তু!

নিগনিৰ বিৰুদ্ধে মানৱকুল ছুচিয়াৰ হ'বৰ হ'ল। ইহঁতৰ অতপালি নীৰৱে সহি থাকিলে পিচত ঘটনা গুৰুতৰ হ'বগৈ। মানৱীয় দায়িত্বৰ তাগিদত মই কথাবোৰ কৈছোঁ। ব্যক্তিগত আক্ৰোশত নহয়। মই সময় থাকোঁতে সকিয়াই থলোঁ—I small a rat.

# অপত্য

সকলো মৰম-চেনেহ একে নহয়। "কোৱালিটি" চাই তাৰ স্বকীয়া নামকৰণো কৰা হৈছে। নির্বাচনৰ আগে আগে কোনোবা প্রার্থীয়ে কোনোবা খেতিয়ক বন্ধুৱাৰ বোকাত লেটি লৈ খেলি থকা ল'ৰা-ছোৱালী কোলাত তুলি লৈ দেখুৱা মৰম আৰু সৰু ল'ৰা-ছোৱালীৰ প্রতি থকা মানুহৰ স্বাভাৱিক মৰমৰ এটা পার্থক্য আছে। বয়স-ভেদেও আকৌ মৰম-চেনেহৰ স্বকীয়া নাম আছে। সৰু লৰা-ছোৱালী এহালৰ মাজত থকা গভীৰ বন্ধুত্ব আৰু স্নেহ আৰু ডেকা গাভৰু এহাঁলৰ মাজত থকা বন্ধুত্ব আৰু স্নেহৰ সম্পর্কৰ স্বকীয়া নামকৰণ কৰাৰ যুক্তিসঙ্গত কাৰণ আছে। মৰম, স্নেহ, প্রীতি, ভালপোৱা, প্রেম—এনেবোৰ শব্দ মৰম-স্নেহৰ ক্ষেত্রত থকা প্রকাৰ ভেদলৈ চাই যথেষ্ট নহয়। আজিকালিৰ মৰম-চেনেহো ভেজাল হৈছে। নকল মৰম ওলাইছে। সেইবিলাকৰ স্বকীয়া নামকৰণো প্রয়োজনীয় হৈ পৰিছে।

আৰু এবিধ মৰম আছে। এইবিধ মৰমৰ কোনো তুলনা নাই। এয়া হ'ল মাক-বাপেকৰ সন্তানৰ প্রতি থকা স্নেহ। সেইবাবেই তাৰ স্বকীয়া নাম দিয়া হৈছে অপত্য স্নেহ। এই স্নেহ অনন্য। অনির্বচনীয়।

অপত্য স্নেহৰ বিষয়ে ৰচনা লিখিব খোজা নাই। অপত্য স্নেহে অন্ধ কৰা মাক-বাপেকৰ অৱস্থাহে সম্যক উপলব্ধি কৰিবলৈ চেষ্টা কৰিছোঁ।

মাক-বাপেকৰ মানত নিজৰ ল'ৰাছোৱালীয়ে যি কৰে সেয়েই ভাল। আন ল'ৰা-ছোৱালীতকৈ নিজৰ ল'ৰা-ছোৱালীয়ে কৰা কামবোৰ

স্বকীয়া আৰু অৰ্থপূৰ্ণ। আপচু ল'ৰা-ছোৱালীও মাক-বাপেকৰ "সোণৰ পুতলী বাচা।" ডাঢ়ি-চুলি পকা ল'ৰাও তেওঁলোকৰ বাবে কেচুৱা। তেওঁলোকে ল'ৰা-ছোৱালীৰ দোষ দেখা নেপায়। প্ৰমাণ পালেও সেইবোৰ দোষ নহয়। হঠাৎ হোৱা ভুল। এই স্নেহে বহু সময়ত ল'ৰা-ছোৱালীৰ স্বভাৱ নষ্ট কৰে। ভাল কৰিবলৈ যাওঁতে কাল হয়। সকলো মাক-বাপেকেই ল'ৰা-ছোৱালীৰ গুণ কম বেছি পৰিমাণে বখানে। কেচুৱাৰ সাধাৰণ দুষ্টামিবোৰকেই এনে অৰ্থপূৰ্ণ ভাবে ব্যাখ্যা কৰে যে বহু সময়ত শ্ৰোতা বিব্ৰত হৈ পৰে। ককা-দেউতাক-আইতাক সকলো এইক্ষেত্ৰত আগৰণুৱা। কথাষাৰ ছুটামান উদাহৰণেৰে বুজাই কওঁ। কোনো এঘৰলৈ যেনিবা ফুৰিবলৈ গৈছে—কেচুৱাটিয়ে হাতখন জোকাৰি আছে। শতকৰা এশ এটা ল'ৰা-ছোৱালীয়ে তেনেকৈ হাত জোকাৰে; গতিকে আপুনি বিশেষ মনোযোগ দিয়া নাই। কিন্তু সেইটোকেই হয়তো মাকে ব্যাখ্যা কৰিব, "জানে ই যে ইমান দুষ্ট হৈছে—তাৰ বয়স ৮ মাহেই হোৱা নাই কিন্তু 'তা—তা' দিব পাৰে। দেউতাক ওলালেই এনেকৈ হাত জোকাৰি কান্দি-কান্দিও 'তা—তা' দিয়ে।" কেচুৱাই যদি 'এ' 'এ' কৰে মাকে হয়তো ক'ব—"ইমান অদ্ভুত হৈছে "মা" "মা' বুলিব পৰা হ'লেই। কি যে হব কব নোৱাৰোঁ আৰু! মুখ নেলাগিলেই ৰক্ষা।" কেচুৱাই যদি দীঘলীয়াকৈ "আঁ – আঁ" কৈ চিঞৰে তেনেহ'লে আপোনাৰ কাণ ঘোলা হ'ল জানিব। মাকৰ কোব আৰু একাঠী চৰিব। "ৰাতিপুৱা ওচৰৰ ঘৰৰ ল'ৰা-ছোৱালী কেইটাই 'জন-গণ-মন' গোৱা শুনিছিল—ইমান সোনকালে মনত ৰাখিলে।" আপুনি হয়তো "আ—আ"ৰ বাহিৰে আন একো শুনা নাই—কিন্তু মাকৰ উত্তমত চেঁচা পানী ঢালিব নোৱাৰে। আপুনি অনিচ্ছাসত্বেও ক'ব লাগিব—"ডাঙৰ হ'লে বিখ্যাত গায়িকা হ'ব। এইবোৰ লক্ষণতেই ধৰিব পাৰি নহয়।" কেচুৱা থিয় হ'বলৈ চেষ্টা কৰি পৰিব খুজিলেও মাক-বাপেকে নাচিছে বুলি জহাব।

কিছুমান মাক-দেউতাকে নতুনকৈ কথা-শিকাবলৈ আৰম্ভ কৰাৰ সময়ত তেওঁলোকৰ ওচৰলৈ যোৱাটো বিপদজনক। নকৈ শিকোৱা প্ৰতিটো বচনকেই দোহাৰিবলৈ দিব। যেনিবা তেওঁলোকে দেউতাকক "পাপা" আৰু মাকক "মাম্মী" বুলিবলৈ শিকাইছে। আপুনি গৈ পাওঁতেই কেচুৱাক কন্দুৱাই হ'লেও আপোনাৰ ওচৰ পোৱাবহি মাক-দেউতাক ওচৰত বহি "পাপা" "মামা" প্ৰমুখ্যে শিকোৱা শব্দসমূহ এফালৰপৰা উচ্চাৰণ কৰাই যাব। বিৰক্ত হৈ কান্দিলেও মাক-দেউতাকে সহজে এৰি নিদিয়ে। পিছলৈ "পাপাৰ" ঠাইত "পেঁ" কৈ শব্দ এটা কৰিলেও তেওঁলোকে গৌৰৱেৰে ক'ব "ই যে ইমান সোনকালে কথাবোৰ শিকিছে। ওচৰৰ হাজৰিকাৰ ল'ৰাটি আমাৰ সোণতকৈ বহুত ডাঙৰ—কিন্তু সি এতিয়াও মাত এষাৰকেই মাতিব নোৱাৰে। আৰু এনে দুষ্ট জানে—পীঁ পীঁ "কৈ থাকে—তাৰ মানে তাক মটৰ লাগে।"

এজন বন্ধুৰ ওচৰলৈ গৈছিলোঁ। ল'ৰা-ছোৱালী দুটি পাঁচ-ছয় বছৰীয়া হৈছে। বৰ মৰম কৰে। গৈ পাওঁতেই আৰম্ভ কৰিলে গুণ-কীৰ্তন। "এটিকেট" মাক-দেউতাকে কেনে ধৰণে শিকাই পকা কৰি তুলিছে তাকে ব্যাখ্যা কৰিলে। প্ৰথমতে নমস্কাৰ দিবলৈ কোৱাত অৱশ্যে ল'ৰা-ছোৱালীহাল ভিৰাই লৰ মাৰিলে ভিতৰৰ ফালে। আমি—"সৰু ল'ৰা-ছোৱালী লাজ কৰিছে" বুলি কথাষাৰ পাতলাই দিলোঁ। তাৰ পিছৰপৰা 'এটিকেট'ৰ প্ৰশিক্ষণৰ বিষয়ে দীঘলীয়া বক্তৃতা আৰম্ভ হ'ল। ল'ৰা-ছোৱালী হালে আন কোনোবাই কিবা বস্তু খাবলৈ দিলে কেতিয়াও নেখায়। কেতিয়াবা কিবা খাবলৈ জোৰ কৰিলে মাক বা দেউতাকৰ অনুমতি লৈহে খায়। যি কোনো বস্তু খোৱাৰ আগতে মাকক সোধে। মাকে যদি 'না' বোলে তেনেহলে হাজাৰ ইচ্ছা থাকিলেও কেতিয়াও মুখত নিদিয়ে। এইটো ল'ৰা-ছোৱালী হালৰ এটা অদ্ভুত গুণ দেখিছোঁ—আৰু আমি বেয়াও পাওঁ। কিছুমানে ল'ৰা-ছোৱালীক যি কোনো বস্তু যাচে।

সেইটো ল'ৰা-ছোৱালীৰ কাৰণেও বেয়া। এনে ধৰণে কথা পাতি থাকোঁতেই মিঠাইৰ প্লেট লৈ মাক সোমাল। দেউতাক 'এইমাত্ৰ খাইছোঁ আপোনালোকে আৰম্ভ কৰক' বুলি ভিতৰলৈ গ'ল। মাকে প্লেট কেইখন সজাই চাহ আনিবলৈ ভিতৰলৈ যোৱাৰ লগে লগে লাজত সেমেনা-সেমেনি কৰি এচুকত থিয় হৈ থকা 'এটিকেট'ৰ প্ৰশিক্ষণ পোৱা ল'ৰা-ছোৱালী হালে এটা অদ্ভুত কাণ্ড কৰিলে। দুয়োজন একেলগে দৌৰি আহি চকুৰ নিমিষতে দুয়োজনে দুখন প্লেটৰ মিঠাইখিনি লৈ বাহিৰলৈ দৌৰ দিলে। আমি হতভম্ব হলোঁ। নিমিষতে প্লেট শূন্য হ'ল। মাকে চাহ লৈ আহি আমি চাচি-চুচি ইতিমধ্যে প্লেট নিকা কৰি থোৱা বাবে সন্তোষৰ হাঁহি এটা মাৰিলে। আমি বিব্ৰতবোধ কৰিলোঁ—কিন্তু ঘটনাটো ক'লে তেওঁলোকে খুব লাজ পাব আৰু ল'ৰা-ছোৱালীহালে অযথা মাৰ খাব বুলি ভাবি মৌনাৱলম্বন কৰিলোঁ।

আন এঘৰৰ কথা। দুবছৰীয়া কেচুৱাৰ গুণ-কীৰ্তন কৰিছে মাকে। অভ্যাসবিলাক কেনে শলাগিবলগীয়া কৈ গৈছে। শৌচ-পেচাব কৰিব খুজিলে চিঞৰি দিয়ে। পেণ্ট খুলি নিদিলে কেতিয়াও শৌচ-পেচাব নকৰে ইত্যাদি। আমাৰ ওচৰৰ চোফাখনতেই কেচুৱাটি খেলি আছিল। কিছুপৰৰ পিচত মাকে কেচুৱাটি নিবৰ সময়তহে গম পালোঁ চোফাখন তিতি আছে—কেচুৱাৰ পেণ্ট তিতা। মাকে লাজ পাই লৰালৰিকৈ কেচুৱাটি লৈ ভিতৰ সোমাল।

এবাৰ এগৰাকী মহিলা ফুৰিবলৈ আহিল। এপাল ল'ৰা-ছোৱালী। কিন্তু গুণ বৰ্ণনাতীত। 'ৰুটিন' মতে সকলো কাম কৰে। ৰাতিপুৱা মাকে বান্ধি দিয়া সময়মতে উঠে, মুখ ধোৱে, পঢ়া-শুনা কৰে, ভাত খায়, স্কুললৈ যায়, আবেলি ফুৰে আৰু গধূলি প্ৰাৰ্থনা কৰে। য'তেই নেথাকক প্ৰাৰ্থনা কৰিবই। এবাৰ বাছত আহি থাকোঁতেই হেনো প্ৰাৰ্থনাৰ সময় হ'ল। ল'ৰা-ছোৱালী কেইটিয়ে কিন্তু ঠিক সময়মতে চলন্ত বাছতেই প্ৰাৰ্থনা আৰম্ভ কৰিলে।

বাছৰ সকলো যাত্ৰীয়ে ল'ৰা-ছোৱালীকেইটিৰ শিক্ষাৰ শলাগ ললে। 'এটিকেট'ৰ বিষয়েও ল'ৰা-ছোৱালীকেইটাৰ জ্ঞান অতুলনীয়। এই-বোৰ ব্যাখ্যা শান্তিৰে শুনিব পৰা নাছিলোঁ—তেখেতৰ ল'ৰা-ছোৱালী কেইটিৰ উৎপাতত। ফুলদানী টুকুৰা-টুকুৰ কৰাৰ পিচত শ্ৰীমতীয়ে বহু কষ্টেৰে কৰা টেবুল ক্লথ মজিয়াত পাৰি লৈ ল'ৰা-ছোৱালী কেইটিয়ে নাচোন আৰম্ভ কৰিলে। কেচুৱালৈ কিনা খেল্‌নাৰে 'খেলি' সেইবোৰৰ সঁচ নাইকিয়া কৰিলে। আনকি ডাঙৰৰ কাৰণেও ভয়ৰ কাৰণ হ'ল। আমাৰ নাকৰ আগতেই বল খেলা আৰম্ভ হ'ল। চিলাই মেচিনৰ সূতা চিলা উৰুৱাবলৈ সামৰি ল'লে। কেচি উলিয়াই যতনেৰে গোটাই থোৱা আলোচনী কেইখনৰ পাত কাটিলে। ল'ৰা-ছোৱালী কেইটাক টানকৈ কিবা এষাৰ ক'বলৈও বেয়া লাগিছে। গাকেও ল'ৰা-ছোৱালী কেনে কষ্টেৰে শিক্ষা দি মানুহ কৰি গঢ়ি তুলিবলৈ ধৰিছে—তাকে বুজাই কওঁতেই শাসন কৰিবলৈ সময় পোৱা নাই। সাজ লাগিল। ৰাতি আঠমান বজাত ৰেজিমেণ্টটি লৈ তেখেতে বিদায় মাগিলে। কিন্তু চলন্ত বাছতো সময়মতে প্ৰাৰ্থনা কৰা ল'ৰা-ছোৱালীকেইটিৰ প্ৰাৰ্থনা কৰাৰ লক্ষণ নেদেখিলোঁ। সেই সময়ত আমি মাথো ভগৱানৰ ওচৰত কাতৰ প্ৰাৰ্থনা জনাইছিলোঁ— "হে ভগৱান, এই মানৱ আক্ৰমণ আৰু উৎপাতৰপৰা আমাক ত্ৰাণ কৰা প্ৰভু, ড্ৰয়িং ৰুমত সজাই থোৱা জাপিটো মূৰত পিন্ধিছে পিন্ধক কিন্তু ভাঙি নেপেলায় যেন প্ৰভু।"

অসমীয়াত "মাকে বখানে জী, গোৱালে বখানে ঘি" বুলি কথা এষাৰ আছে। মাকে জীয়েকৰ গুণ বখানিবই। ছোৱালীৰ বয়স ত্ৰিশৰ দেওনা পাৰ হ'লেও মাকে তাক "কেইদিনমান হ'ল ফ্ৰক পিন্ধিবলৈ এৰিছে—লগৰ ছোৱালীয়ে এতিয়াও ফ্ৰক পিন্ধিয়েই আছে"—এই পৰ্য্যায়লৈ নমাই আনিব। জীয়েকৰ সমান গুণী ছোৱালীৰ সংখ্যা খুব কম। যদি জীয়েকে গান গায়—তেনেহলে বুজিব লাগিব তেনে 'গলা' খুব কম গায়িকাৰহে আছে। সংগীত

সম্মিলনত পুৰস্কাৰ নোপোৱাৰ একমাত্ৰ কাৰণ বিচাৰকসকলৰ অবিচাৰ। জীয়েকৰ ভোটা নাকটো আচলতে সিমান ভোটা নহয়। দেখিব নোৱাৰাবিলাকেহে ভোটা দেখে। জীয়েকে বন্ধা আঞ্জা খাই প্ৰশংসা নকৰা মানুহ নাই—কিন্তু আপোনাক খুৱাবৰ দিনা কিযে হ'ল! লবালবিতে আঞ্জাখন দেই গ'ল আৰু নিমখ ছুবাব দিলে। আৰু ছোৱালীজনীয়ে এইবাৰ ফে'ল কৰাৰ কাৰণ জানে? ছোৱালীজনী আচলতে গাধী নহয়। কিন্তু কিযে হ'ল। মাষ্টৰণী বাইদেৱেকে অলপ হিংসা কৰিব পাৰে। আৰু পৰীক্ষাৰ আগে আগে অসুখ হোৱা বাবে খুব ভালকৈ পঢ়িবও নোৱাৰিলে। এনে বহুত "ৰেডিমেড" ব্যাখ্যা বহুতো মাকৰ মুখত থাকেই।

আমাৰ শ্ৰীমতীয়ে কিন্তু ল'ৰাৰ বৰকৈ গুণ নেগায়। বৰং তেনেকৈ কৰা প্ৰশংসাৰ তীব্ৰ সমালোচনা কৰে। কোনোবা গান গাব নজনা ল'ৰাৰ মাকে গান জানে বুলিলে তেওঁ বেয়াহে পায়। পিচত মোৰ আগতহে কয়—"চোৱাচোন আমাৰ বাবুই ইমান ভালকৈ গান গাব পাৰে অথচ মোৰ আনৰ আগত ক'বলৈ লাজেই লাগে। আমাৰ বাবুই ছমাহতেই 'তা—তা' দিব পৰা হৈছিল কিন্তু তেওঁলোকে ছুবছৰীয়া ল'ৰাটিয়ে 'তা—তা' দিওঁতেই আচৰিত হৈছে—ইত্যাদি। উত্তৰত মই মাথো কাণত আঙুলি দি মোৰ মুখস্থ হৈ যোৱা ইংৰাজী বাক্যটি আওঁৰাওঁ—"কেন্‌ভাচিং ডাইৰেক্টলি অৰ ইণ্ডাইৰেক্টলি উইল বি ট্ৰিটেড এজ এ ডিছকোৱালিফিকেচন্।"

# পৰিয়াল-পৰিকল্পনা

[ এটি অপপ্ৰচাৰ ]

সিদিনা হঠাৎ পৰিয়াল-পৰিকল্পনা বিভাগৰ জাননী এখনত চকু পৰিল। বিজ্ঞাপনত অঁকা আছে এজনী কুকুৰাৰ পৰিয়ালৰ ছবি আৰু গতানুগতিক উপদেশ। আৰু কিবা আছিল যদিও সিমান তন্ন-তন্নকৈ চোৱাৰ সময় নাছিল। অৱশ্যে সময় থাকিলেও ইমান তন্ন-তন্নকৈ বিজ্ঞাপন পঢ়াৰ অভ্যাস মোৰ নাই। কেতিয়াবা আনকি মোৰ ভাব হয় যেনিবা বিজ্ঞাপনসমূহ পঢ়া বা চোৱাৰ উদ্দেশ্যে নিদিয়ে। দিব লাগে বাবেই দিয়ে। বিজ্ঞাপন দিবৰ বাবেই কিছু-মানক চাকৰি দিয়া হৈছে। তেওঁলোকে তো বিজ্ঞাপন দিবই লাগিব। কথাটো পাহৰিছিলোঁৱেই। কিন্তু গধূলি আকৌ ভাতৰ পাতত কুকুৰা আৰু পোৱালী কেইটাই কিয় জানো ঘনাই মনত পৰিবলৈ ধৰিলে। সেইবোৰ বহুত কথা। ভাতৰ পাতৰ কৰুণ কাহিনী। এতিয়া আচল কথালৈ আহোঁ। মই অন্ততঃ পৰিয়াল-পৰিকল্পনাৰ ক্ষেত্ৰত কুকুৰাৰ ছবি সন্নিবেশ কৰাটো কোনো পধ্যেই সমৰ্থন কৰিব নোৱাৰোঁ। কুকুৰাক মই আদৰ্শ পৰিয়াল পৰিকল্পনাকাৰী বুলি নেভাবোঁ। বহু পৰিয়ালৰ ভয়াবহ ৰূপৰ প্ৰতীক বুলি যুক্তি দেখুৱালেও মই সেই যুক্তি নেমানো, নেমানো, নেমানো। বেয়াই বোলক বা ভালেই বোলক মই পৰিয়াল পৰিকল্পনাৰ বিৰোধী।

অলপতে শ্ৰদ্ধেয় অধ্যাপক এজনক লগ পাইছিলোঁ। পৰিয়াল পৰিকল্পনা বিষয়ক মণ্ডলী এটিৰ উপদেষ্টাৰূপে তেখেত সভাত যোগ দিবলৈ আহিছে। তেখেত অবিবাহিত। অহাৰ কাৰণ সোধাত তেখেতে এমোকোৰা হাঁহি মাৰি কৈছিল, নক'বা আৰু মোৰ দুখৰ কথা। এইবোৰ লেঠাত পৰিব লাগে বুলি বিয়া-বাৰু নকৰালোঁ,

অথচ এতিয়া আকৌ সেই বিষয়ৰ তথ্য-তত্ত্ব উলিওৱাৰ ভাৰ পৰিছে মোৰ ওপৰতেই।

লুক-ঢাক নকৰি মনৰ কথা খুলি কব পৰা আমাৰ ভূতপূৰ্ব প্ৰধান মন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰীজীৰ কথাষাৰে সেইবাবেই মোৰ মন ছুই গৈছিল। পৰিয়াল-পৰিকল্পনাকাৰী হিচাপে তেখেতে নিজৰ নিঃস্বতাৰ কথা স্বীকাৰ কৰিছে। ছটি ল'ৰা-ছোৱালীৰ পিতৃ গৰাকীৰ এই বিষয়ত কি ক'ৰ লগা থাকিব পাৰে? পৰিয়াল পৰিকল্পনা বিভাগৰ অসমৰ একালৰ বৰমূৰীয়াজনৰো এই বিষয়ত মাতিবলগীয়া একো নাই। অৱশ্যে ভুক্তভোগীৰ উপদেশ হিচাপে তেওঁলোকৰ উপদেশৰ এটা সুকীয়া মূল্য আছে। সেই কথা অস্বীকাৰ কৰিব নোৱাৰি।

পৰিয়াল-পৰিকল্পনাৰ বিৰোধিতা কৰাৰ কাৰণ বহুতো। দিন কাল যেনে হৈ আহিছে এপাল ল'ৰা-ছোৱালী নহ'লেই নচলে। প্ৰথমতে ধৰক কিউ বা দিনৰ দিনটো শাৰীপাতি এচিকুট বস্তুৰ কাৰণে খাপ দিয়াৰ ব্যৱস্থা। তাতেই একোটা 'কিউ'তেই সকলো বস্তু নেপায়। ধৰক চাউলৰ কাৰণে দিনটো খাপ দি চাউলখিনি আনি-লেই—অন্ততঃ দাইল আৰু নিমখখিনি নোহোৱাকৈ খাব পাৰিবনে? চাউলৰ শাৰীত থিয় হৈ আপুনি নিমখ বা মিঠাতেল নেপায়। গতিকে সেই বস্তু পোৱা শাৰীত আন কোনোবা এজন থিয় হ'ব লাগিব। চেনী, গাখীৰ, কাপোৰ, মাছ-শাক এই সকলো বস্তুৰেই দৰকাৰ। নহ'লেই নচলে। গতিকে আপোনাৰ যদি এসোপামান ল'ৰা-ছোৱালী থাকে তেনেহ'লে আপুনি সুখত খাব-নহ'লে শুকাব লাগিব। তাতে এজনৰ অৰ্জনেৰে এটা 'ৰেজিমেণ্ট' খোৱাৰ দিন উকলিল। ঘৰখনত যিমানেই কৰ্মী ওলাব সিমানেই সুখত খাব পাৰিব। সমবায়ৰ গোটেইকণ সুবিধা সৰহ পৰিয়ালৰ ঘৰখনত থাকে। এজন যদি হালত, আনজন কোৰত। কোনোবা এজনে চাহ-জলপান আনিব, কোনোবাজনে হয়তো মাছ-পুঠিকেই ধৰিব। চাকৰি-বাকৰি কৰা মানুহ হ'লে সেই একেই সুবিধা। কোনোজনে চাপ্ৰাইত কাম

কৰিব, কোনোবাজনে টিনপাত' বিলোৱা অফিচত, কোনোবাজনে আবকাৰী বিভাগত. কোনোবাজনে বাছৰ পাৰমিট 'দিয়া অফিচত, কোনোবাজনে মণ্ডলৰ চাকৰি দিব পৰা অফিচত, কোনোবাজনে হয়তো খাচ মন্ত্ৰীৰ লগতেই উঠা-মেলা কৰিব পৰা চাকৰিত সোমাব। সেইখন ঘৰ ৰমৰমীয়া হৈ উঠিব। একোৰেই অভাৱ নেথাকে। চাৰিওফালে জয়-জয় ময়-ময়। খা হে খা, ল হে ল। কোনোবাটো পৰিয়ালৰ চাকৰি-বাকৰি কৰিবৰ ইচ্ছা নাই। তেওঁলোকৰ ৰাজনীতি কৰিবৰহে মন। কৰক। তাতো কম সুবিধা 'নহয়। কোনোবা দুজনমান কংগ্ৰেছত সোমাওক, দুজনমান প্ৰজা ছচিয়েলিষ্ট পাৰ্টিত, কোনোবা এজন কমিউনিষ্ট সোঁ-পন্থী, কোনোবাজন বাওঁপন্থী, কোনোবাজন স্বতন্ত্ৰ, কোনোবাজন হিন্দু মহা-সভা পন্থী হৈ ৰাজনীতি কৰি 'ফুৰক। এজনে পদ-যাত্ৰা কৰি ফুৰক—তাতো আপত্তি নাই। ঘৰৰ ভিতৰত এজনে অন্ততঃ ক্ষমতাপ্ৰাপ্ত দলত থাকি তাৰ সা-সুবিধা কণ আদায় কৰি থাকিবই। কংগ্ৰেছ, প্ৰজা ছচিয়িলিষ্ট, স্বতন্ত্ৰ, কমিউনিষ্ট, যি কোনো পাৰ্টিয়েই চৰকাৰ গঠন নকৰক ঘৰখনৰ দুই এজন প্ৰতিনিধি তাত থাকিবই। ৰাজনীতিৰ কথা বাদ দি অকল ভোটৰ কথাকেই ভাবকচোন; দহজন ভোট দিব পৰা মানুহ থকা পৰিয়ালৰ মৰ্য্যাদা কেনেকুৱা! নিৰ্বাচনৰ আগতে ভাবী এম, এল, এ সকলে আপোনাৰ চোতাল তেখেতসকলৰ নিৰ্বাচনী প্ৰচাৰত ঘুৰি-ফুৰি সংগ্ৰহ কৰা ভৰিৰ বোকা মাটিৰে ভৰাই পেলাব। আপোনাৰ লৰালৈ চাকৰি আৰু ছোৱালীলৈ দৰা বিচৰাৰ চিন্তাত তেওঁলোকৰ চকুত টোপনি নোহোৱা হ'ব।

প্ৰচাৰ পত্ৰতেই দেখা মনত পৰিছে—এটি আদৰ্শ পৰিয়ালৰ ছবি। ল'ৰা দুটা ছোৱালী এজনী। মোৰ মতে হ'লে ঘৰখনত ছোৱালী লাগে। বহুত ছোৱালী। টুকুটুকীয়া ফ্ৰক পিন্ধি ঘুৰি ফুৰা অকণমান ছোৱালী, ডাঙৰ সৰু বহুতো ছোৱালী। কোনোবা প্ৰাথমিক স্কুলত, কোনোবা হাইস্কুলত, কোনোবা কনভেণ্টত, কোনোবা কলেজত

আৰু কোনোবা বিশ্ববিদ্যালয়ত। কাৰোবাৰ বিয়া হৈ গ'ল, কোনোবা এজনীৰ বিয়াৰ কথা চলিছে, কোনো এজনীয়ে মনে মনে লাভত পৰি ফুটাই কৰলৈ লাজ পাই বিয়া নকৰাওঁ বুলি কৈছে, কোনোবা এজনীয়ে গায়িকা হিচাপে নাম কৰিছে, কোনোবা এজনীয়ে পঢ়া-শুনাত নাম কৰি বিশ্ববিদ্যালয়ৰ ৰেকৰ্ড ভঙ্গ কৰিছে। ছোৱালী নেথাকিলে ঘৰৰ সৌন্দর্য্য নাই। গতিকে ছোৱালী লাগে। বহুত ছোৱালী। ঘৰখনত মাত্ৰ এজনী ছোৱালী—সেই পৰিকল্পনাত মোৰ সমৰ্থন নাই।

ছোৱালী বেছি থাকিলে আৰু বহুতো সুবিধা। ইমান কেইজনী ছোৱালীৰ দেউতাকক কম ডেকা ল'ৰাই ভক্তি কৰিবনে! ছোৱালী কেইজনীৰ বিয়াৰ পাচত জোঁৱাইৰে ঘৰ ভৰি থাকিব। কোনোবা ডাক্তৰ, কোনোবা ইঞ্জিনিয়াৰ, কোনোবা কলেজৰ অধ্যাপক, কোনোবা ব্যৱসায়ী, কোনোবা ৰাজনীতিজ্ঞ। সেই অনুপাতে নাতিতো আছেই। ইমানবোৰ পো-জোঁৱাই-জী-নাতিৰে পৰিবেষ্টিত, পিতৃ আৰু সম্ৰাটৰ ভিতৰত প্ৰকৃততে কোনো পাৰ্থক্য নাই। ৰজা নহ'লেও ৰজাৰ হালত চলিব পৰাতো কম কথা নহয়।

তাহানি অৰ্থনীতিৰ ক-খ পঢ়োঁতে জনসংখ্যা সমস্যা সম্বন্ধে দুই এখন পুথি পঢ়িবলগীয়া হৈছিলোঁ। সকলো পুথিতে একবাক্যে জনসংখ্যা বৃদ্ধি ৰোধ কৰিবলৈ তিনিটা উপায় দিছে। প্ৰথমটো বিয়া-বাৰু নকৰাই দিন কটোৱা বা ব্ৰহ্মচৰ্য্য পালন, দ্বিতীয়টো ডাড়ি-চুলি পকাই নকল দাঁত লগাবৰ বয়সত বিয়া কৰোৱা আৰু তৃতীয়টো হ'ল পৰিয়াল পৰিকল্পনা নাইবা নতুন অভিধান মতে ঘৈণীয়েকৰ পেট কটোৱা। জনসংখ্যা ৰোধৰ বাবে ঢাক্-ঢোল বজাই বহুতো টকা পানী কৰা হৈছে যদিও এই বিষয়ে প্ৰচাৰ কৰোঁতাসকলেও গড়গঞা মিতিৰৰ ভাও লৈছে।

গড়গঞা মিতিৰৰ ভাও
মুখে মুখে থাক থাক
ভৰিৰে হেচোকে নাও।

কথাষাৰ বহলাই কওঁ। পলমকৈ বিয়া পাতি জনসংখ্যা হ্ৰাসৰ বুদ্ধি-টোৰ চৰকাৰীভাৱে বিবোধিতা কৰা হৈছে। কাৰণ বিয়া নকৰোৱা মানুহৰ ওপৰত আয়কৰৰ হেঁচা বেছি। আন কথাত বিয়া নকৰালে 'ফাইন' কৰা হৈছে। সেইখিনি কৰিয়ে ক্ষান্ত নেথাকি ল'ৰা-ছোৱালী হ'লেই কৰ ৰেহাই দি সন্তান উৎপাদনত উৎসাহ যোগোৱা হৈছে। ( এই আচনিৰ সৰহ শস্য উৎপাদন কৰিবলৈ উৎসাহ যোগোৱা আচনিৰ লগত মিল নাই )। একালে ধনেৰে উৎসাহ—আনকালে তুলাপতীয়া শুকান উপদেশ—কোনটোৰ পৰাক্ৰম বেছি হ'ব আপোনালোকেই কওকচোন !

পৰিয়াল পৰিকল্পনাৰ নৱতম আবিষ্কাৰ "লুপৰ" বিষয়ে এষাৰ নমতাটো উচিত নহ'ব। আনে যিয়েই নেভাবক "লুপ" শব্দটি যে অসমীয়া সেই বিষয়ে মোৰ অলপো সন্দেহ নাই। ভাষাতত্ত্বৰ শেষৰ বেঞ্চৰ ছাত্ৰ হিচাপে মই ভাবোঁ যে এই শব্দৰ মূল শব্দ হ'ল 'লো-লুপ'। লোলুপ বা লুপলুপীয়া স্বভাৱ ৰোধৰ কাৰণে যি আৱিষ্কাৰ সেয়ে 'লুপ' + অৱশ্যে কোনো কোনো পণ্ডিতে ব্যাখ্যা কৰা মতে "লুপ" শব্দটি অসমীয়া "লোপ" ( নাশ বা নাইকিয়া হোৱা ) শব্দৰহে অপভ্ৰংশ। এই যুক্তি পেলাই দিবলগীয়া নহয়।

ভাৰতৰ আকাশ আজি লুপৰ জয়জয়কাৰ ধ্বনিৰে মুখৰিত। কিন্তু সিদিনা ডাক্তৰ বন্ধু এজনে কোৱা কাহিনী এটি শুনি লুপৰ বিষয়েও প্ৰশংসাত শতমুখ হ'ব নোৱাৰিলোঁ। লুপ লোৱাৰ কিছুদিন পিচতেই মানুহ গৰাকী গৰ্ভৱতী হৈছে। ডাক্তৰে কৈছে, এতিয়া যদি 'লুপ' গুচাই দিয়া হয়, তেনেহলে গৰ্ভপাত হ'ব আৰু যদি সন্তান জন্মলৈ বাট চোৱা হয় তেনেহ'লে অস্ত্ৰোপচাৰ কৰিব লাগিব। কাৰণ, লুপসহ স্বাভাৱিকভাৱে সন্তান জন্ম হ'ব নোৱাৰে। আশা কৰিছোঁ যি কোনো প্ৰকাৰেই হওক এই অনাগত 'লুপ-শিশুই' জন্মৰ পিচত লুপৰ ভয়াবহতাৰ প্ৰচাৰ কাৰ্য্য চলাব।

সংকীৰ্ণ প্ৰাদেশিকতাবাদী বুলিলেও বোলক, মই হ'লে এষাৰ

কথা মাজে মাজে ভাবোঁ। অসমীয়াৰ সংখ্যা এনেয়ে তাকৰ। পৰিকল্পনা কৰিলে অৱশেষত দৰবত দিবলৈকো অসমীয়া এজনো নেথাকিবগৈ। যি সকল জনসংখ্যাত সৰহ তেওঁলোকে পৰিকল্পনা কৰক। তেওঁলোকৰ শ্ৰীবৃদ্ধি হ'ব। আমাৰ দেখোন সঁচেই মৰিব। এতিয়াও অমুকৰ বাবে অসমীয়া নোলায়, তমুকৰ বাবে অসমীয়া নাই, ভচুকৰ বাবে এজন অসমীয়াও উলিয়াব পৰা নহ'ল---এনে অভিযোগ সততে শুনা যায়। পৰিকল্পনাৰ অন্তত এতিয়া যি দুই-এজন ওলাইছে সি নেথাকিবগৈ। গতিকে এই অভাজনৰ কথা শুনক। আমাক ল'ৰা-ছোৱালী লাগে। বহুত ল'ৰা ছোৱালী। পালে পালে।

# তেল

নাহৰকটীয়া আৰু শুক্রসাগৰ অঞ্চলত নিতৌ নতুন তেল পুঙৰ সন্ধান পোৱা বুলি বাতৰি ওলাই আছে। এই তেলৰ শোধনাগাৰ স্থাপন-সন্দৰ্ভত হোৱা কেলেঙ্কাৰীৰ কথাও আপোনালোকৰ অবিদিত নহয়। ইবাৰৰ তেল সম্বন্ধে হোৱা বাক-বিতণ্ডাই কেনে ৰাজনৈতিক বা-বতাহৰ সৃষ্টি কৰিছিল সেই বিষয়েও বহলাই আপোনালোকক কোৱাৰ প্ৰয়োজন নাই। মুঠতে এই কথা ক'ব পাৰি যে য'তেই তেল ত'তেই কেলেঙ্কাৰী।

তেল শব্দৰ কোষ্ঠী-বিচাৰ কৰিলেও এই কেলেঙ্কাৰী গুণটি ওলাই পৰে। তেল শব্দৰ বুৎপত্তিগত অৰ্থ হ'ল—'তিলৰ পৰা হোৱা'। তিলৰপৰা উলিওৱা হয় বাবেই তাৰ নাম তৈল বা তেল। কালক্ৰমত এই অৰ্থৰ সান্দহ খোৱা বালি তল গ'ল। পিচলৈ মিঠাতেল, কেৰাচিন তেল, বাদাম তেল আৰু কত কিমান যে তেলৰ জন্ম হ'ল! তেল সেইখিনিতে ক্ষান্ত নাথাকিল, ই নিজৰ পিছল আৰু কেলেঙ্কাৰী গুণটিৰ কাৰণে আনক পিছলাব পৰা অৰ্থ-ধৰ্ম গ্ৰহণ কৰিলে।

ইংৰাজীৰ ফ্লাটাৰী (flattery) শব্দটিৰ অসমীয়া প্ৰতিশব্দ হ'ল তোষামোদ। এই শব্দটি মোৰ সিমান ভাল নালাগে। 'তেল' শব্দটিহে তাৰ উপযুক্ত প্ৰতিশব্দ যেন লাগে। 'তেল' শব্দটি প্ৰয়োগ কৰিলেহে মই ফ্লাটাৰীৰ সম্পূৰ্ণ অৰ্থ উপলব্ধি কৰিব পাৰোঁ।

নিজৰ প্ৰশংসা কম-বেছি পৰিমাণে সকলোৱে ভাল পায়। আমাৰ সমাজত কোনো ব্যক্তিৰ সন্মুখত তেওঁক প্ৰশংসা কৰাটো অসঙ্গত বুলি নীতি বচনৰ বাধা আছে। তেনে কৰিলে বহুতে অপমানিত বোধ

কৰে। কিন্তু সামান্যভাৱে প্ৰশংসা কৰাত বাধা নাই। তেনে প্ৰশংসা কোনোবাই যদি বেয়া বুলি কয় তেনেহ'লে নিঃসন্দেহে বুজিব তেওঁ আপোনাক মস্ত ফাঁকি দিলে। অজলা বা মূৰ্খসকলেহে তোষামোদত ভোল যায় বোলা কথাষাৰ মিছা। জনাথন চুইফটৰ খোলোচা কথাষাৰ মোৰ এইকাৰণেই ভাল লাগে। "'T is an old maxim in the schools, That flatterys the food of fools ; yet now and then your men of wit will condescend to take a bit".

বুদ্ধিমান বা মননশীলসকলৰ জিভাতো তেলৰ সোৱাদ নলগাকৈ নাথাকে।

পূৰ্বৰ ৰজা-বাদচাহ আদিয়ে তোষামোদ বৰ ভাল পাইছিল। নহ'লেনো দৰমহা দি একোপাল তোষামোদকাৰী পুহি থয়নে? ৰজাই আদা বেপাৰীৰ কথা ক'লেও তেওঁলোকে জাহাজৰ খবৰৰ আড়ম্বৰেৰে তাৰ উচ্চ প্ৰশংসা কৰে, তেনে নকৰি উপায়ো নাছিল, হাজাৰ হ'লেও তেওঁলোক চাকৰিয়াল। নিষ্ঠাৰে তাক পালন নকৰিলে কৰ্তব্যত অৱহেলা কৰা হ'ব। ৰজাই খং উঠা হিউমাৰ কৰিলেও তেওঁলোকে পেটত খামোচ মাৰি ধৰি হাঁহি বাগৰি পৰিব লাগিব। কেতিয়াবা অন্যায় বা অশোভন কিবা কৰিলে প্ৰশংসাত পঞ্চমুখ হৈ পৰিব লাগিব। বিদূষক বা জেচ্‌টাৰ সকল আছিল ৰজাৰ বেতনভোগী তোষামোদ-কাৰী। ৰজাৰ প্ৰতিটি কথাৰে প্ৰশংসা কৰি তেওঁলোক লগে লগে ফুৰে। পাৰিষদবৰ্গ আৰু সভা-কবি ৰজাৰ প্ৰশংসাত পঞ্চমুখ হৈ থাকিলে তেওঁৰ মৰণ নাই। তেনে কামত যেয়ে যিমান বুৎপত্তি লাভ কৰে তেৱেঁই ৰজাৰ বিশেষ অনুগ্ৰহ লাভ কৰে, সেই কাৰণেই বহুতো পুৰণি সাহিত্যৰ সৌৰভত বাদাম-তেলৰ গোন্ধ পাওঁ। খাটী তেল বিচৰাটো ভুল হ'ব। ৰজাৰ প্ৰশংসা কৰি লিখা বুৰঞ্জী বা কাব্য আদিৰপৰা তেল আৰু খাটী বস্তু বাহিৰ কৰোতে বৰ্তমান সমাজ-বুৰঞ্জীত লিখকসকলৰ মূৰত তেল-পানী দিবলগীয়া হয়।

মো-চাহেবে, বিদূষক, জেচ্‌টাৰ, পাৰিষদ, এটেনডেন্ট এই সকলো একে শাৰীৰ জীৱ। আগৰ বক্তাসকলকতো আৰু এই কাৰণে অজলা বা মূৰ্খ আখ্যা দিব নোৱাৰোঁ।

প্ৰশংসা বা তেল দিয়া মন্তব্য ভাল পোৱাটো মানৱ মনৰ এক অদ্ভুত প্ৰকৃতি। কিছুমানে নীতি-বচনৰ নীতি মনত পেলাই সচেতন ভাৱে তোষামোদ বেয়া পোৱাটো দেখুৱাব খোজে। তেওঁলোকৰ বিপদ আৰু বেছি। মৃত্যুৰ পিস্তলত তেওঁলোকে নিজে গুলী ভৰাই লয়। তেনে লোকক যদি কোৱা হয়—"মই আপোনাৰ গুণৰ কথা জানো, কিন্তু তাক মই আপোনাৰ আগত প্ৰকাশ নকৰোঁ। কাৰণ মই জানো তোষামোদ কৰাটো আপুনি পছন্দ নকৰে—" মানুহজন আপোনাৰ ব্যৱহাৰত সন্তুষ্ট হ'ব, অথচ এই পদ্ধতিৰে আপুনি যে তেওঁক 'তেলিয়ালে' এই কথা তেওঁ গমকেই নাপালে, "জুলিয়াছ চিজাৰৰ" চৰিত্ৰ ডেচিয়াচৰ সংলাপত এনে সুন্দৰ বৰ্ণনা এটি আছে।

But when I tell him he hates flatters,
He says he does being then most flattered.

চিজাৰক যেতিয়া কোৱা হৈছিল তেওঁ তোষামোদ বেয়া পায়, তেওঁ টপৰাই মাত দিছিল—এৰা মই তোষামোদ বেয়া পাওঁ, অথচ এই কথাষাৰ কৈয়েই বক্তাই তেওঁক তেল দিলে, এনে বিধৰ তেল চেনিৰ প্ৰলেপ সনা কুইনাইন। শেক্সপীয়েৰৰ সন্ধানী দৃষ্টিত তোষামোদৰ এই আশ্চৰ্য্য শক্তি ধৰা পৰিছে। আন একোৰে নোৱাৰিলেও তোষামোদেৰে মানুহক সহজে ধাপ্পা দিব পাৰি। তেওঁ কৈছে :—

…Unicom may be betrayed with trees,
And bears with glasses,
Elephant with holes.
Lions with toils and men with flatters ;…

তেওঁৰ জুলিয়াচ চিজাৰ নাটকত এই গুণটিৰ এটি বিশেষ ভূমিকা

আছে। চিজাৰে বৈশীয়েকৰ কুস্বপ্ন-জনিত বিশ্বাস আৰু অনুবোধৰ কাৰণে ছিনেটলৈ নাযাওঁ বুলিলে। চিজাৰক ছিনেটত বধ কৰিবলৈ কৰা ষড়যন্ত্ৰ এতিয়া ব্যৰ্থ হয়! ডেচিয়াচে মানৱ-মনৰ এই দুৰ্বল প্ৰকৃতিৰ কথা জানিছিল, তেল দি চিজাৰক গা তুলি ছিনেটলৈ আহিবলৈ বাধ্য কৰালে, তোষামোদত গলি যোৱাৰ নিশ্চিত ফল চিজাৰৰ জীৱন নাটৰ সামৰণি আৰু ষড়যন্ত্ৰকাৰীসকলৰ বিৰাট সাফল্য।

তেল দিব জানিলে আপুনি বহুতো কষ্ট-লভ্য বস্তু হাতৰ মুঠিত পাব পাৰে, অৱশ্যে মানুহজনে কেনে ফেছনৰ তেল ভাল পায় সেই বিষয়ে সামান্য জ্ঞান থকা দৰকাৰ। পৰিস্থিতি আৰু পাত্ৰভেদে, সেই অনুপাতে তেল প্ৰয়োগ কৰিলে আপুনি কৃতকাৰ্য্য হ'বই।

আমাৰ প্ৰসাধন সামগ্ৰীৰ ভিতৰত তেল এটি অপৰিহাৰ্য্য বস্তু। বিভিন্ন শ্ৰেণীৰ মানুহে ৰুচি আৰু প্ৰয়োজন অনুসৰি বেলেগ বেলেগ তেল ঘঁহে। জবাকুসুম, লক্ষ্মীবিলাস, কেণ্ঠৈবাইডিন কলগেট, "খাটী সৰিষাৰ তৈল", নাৰিকল লোখা, "আমাদের কাৰখানাতে প্ৰস্তুত সুগন্ধি তিল তৈল" আদি ভিন ভিন তেলৰ চাহিদা বজাৰত আছে। মানুহৰ মনৰ বজাৰতো তেনে বিভিন্ন ধৰণৰ তেলৰ স্বাগতমী চাইনবৰ্ড দেখা পাব, সেই হিচাপে তেল সৰবৰাহ কৰিব পাৰিলে তেওঁকো সন্তুষ্ট কৰিব পাৰিব আৰু নিজেও লাভবান হ'ব।

আপ্তাথন জুতি লগাকৈ খাবলৈ যেনেকৈ তেলৰ প্ৰয়োজন, ঠিক সেইদৰে টান কামটি সহজে সিজাবলৈ তোষামোদৰ তেলকণৰ আৱশ্যক। কেতিয়াবা খুব সহজভাৱে প্ৰশংসা কৰিয়েই বহুতৰপৰা কাম আদায় কৰি লব পাৰি। ইয়াত বুদ্ধিমত্তাৰ একো নাথাকে। "আপুনি ইমান ডাঙৰ মানুহ! আপোনাৰ কাৰণে আজি দেশে গৌৰৱ বোধ কৰে, আপুনি নোৱাৰিলে আন কেৱে নোৱাৰে। আপোনাৰ সমান দয়ালু নাই। সকলোৱে আপোনাৰ গুণৰ কথা কয়। গতিকে আপুনি মোক চাকৰিটি দিয়াৰ লাগে। আপোনাক

ভাৰৰা কৰিয়েই পৰি আছিছোঁ”—ইত্যাদি। ইয়াত লুক্-ঢাক নাই। এই তেলৰ দামো সস্তা। কিন্তু ভাবি চালে আপুনি আচৰিত হ'ব, এনে সস্তীয়া তেলৰ গ্রাহক সংখ্যা নিচেই তাকৰ নহয়, মাহৰ শেষত বৰবাবু-ছোটবাবু সকলোৱে পইচা হাতত নাথাকিলে চুৰট এৰি বাগী মাৰিবলৈ বিড়ি হোপাৰ দৰে বৰ-বৰ লোকেও এই তেলত পিচলি আনন্দ লাভ কৰে, এই বিধ যেনিবা অপৰিশোধিত তেল—“ক্রুড অয়ল”।

কোনো কোনো বৰমূৰীয়া বিষয়া বা নেতাৰপৰা দাবী জনাই যিমান সোনকালে কাম আদায় কৰিব পাৰি তেল দি তাতকৈ কম সময়তে সেই কাম কৰাই লব পাৰি, দৰ্খাস্ত দিলে বা প্রস্তাৱ পঠিয়ালে ফাইলতহে পৰি থাকিব। তাতকৈ এটা ভাল বুদ্ধি দিওঁ। সভা-সমিতি পাতক। যদি তেওঁ তুআৰাৰ কব পৰা বিধৰ হয় তেনেহ'লে নির্দিষ্ট বক্তা হিচাপে মাতক, ঠোঁতা-মোজা লগা বিধৰ হ'লে সভাপতি হিচাপে মাতক। নতুন ঘৰ সাজিলে ফিটা কাটিবলৈ মাতক। নতুন অনুষ্ঠানৰ ভেটি স্থাপন কৰিবলৈ দিয়ক, বিহু-সন্মিলন, শঙ্কৰদেৱৰ উৎসৱ, সাহিত্য সন্মিলন, সংগীত সভা সকলোতে তেওঁক আগ ভাগ লবলৈ মাতিব। তেওঁ বিহু বা শঙ্কৰদেৱৰ বিষয়ে একো নাজানে বুলি নাভাবিব, কোনো ৰকমে কাম চলালেই হ'ল। তাৰ পিচত আপুনি বিধে বিধে সুবিধা বিচাৰি লওক, সমাজত ওখ আসন দিয়াৰ ভাও ধৰিলেও তেওঁলোকৰ মনত শান্তি। ক্ষমতাপ্রিয় মানুহক তেল দিয়াৰ এইটো সহজ কিটিপ। ৰজাঘৰীয়া বৰমূৰীয়া হ'লে অভিনন্দন-পত্র দি তাত তেওঁৰ কাল্পনিক গুণৰাশি বৰ্ণনা কৰক, পাৰিলে এইবোৰ বাতৰি কাকতত বাহুল্যকৈ লিখি ছপোৱাৰ দিহা কৰক। স্কুল, লাইব্রেৰী আৰু বিভিন্ন ফাণ্ডত টকাৰ লেখ বাঢ়িব। লক্ষ্মী-বিলাসৰ দৰে এই তেলৰ গোন্ধো বেয়া নহয়, আৰু 'ছাভিচো' ভাল।

কেতিয়াবা বাতৰি-কাকত, আলোচনীত সাহিত্য-প্রতিভা প্রকাশ কৰিবলৈ বহুতে সম্পাদকক তেল দিয়ে। এই তেলৰ ভাবাৰ্থ কাকত

খন বৰ ভাল, সাহিত্যত যুগান্তৰ আনিছে, নির্ভীক আৰু একমাত্র সবৰহী কাকত বুলিব পাৰি, আপোনাৰ পৰিচালনাত কাকতখনৰ যোগেদি সাহিত্যৰ ভগা ককাল পোন হৈছে—ইত্যাদি ধৰণৰ। এনে তেলুৱৈয়ে একেলগে কেইবাখনো কাকতলৈ ইয়াৰ "কার্বন কপি" পঠিয়ায়। কেতিয়াবা সম্পাদকৰ গুণাৱলী বর্ণনা কৰাত পঞ্চমুখ হয়, এনে তেলে যে কাম নিদিয়ে তাকো মই কব নোখোজোঁ। গুড় বা চেনি খোৱাৰ পিচত মিঠা কুঁহিয়াৰো পানী-পানী লাগে। সদায় উচ্চ ধৰণৰ তেল পোৱাৰ পিচত এনে তেল সাধাৰণতে অথলে যায়, কেতিয়াবা একেসুৰীয়া প্ৰশংসাই অৱস্থা বেয়ালৈহে নিয়ে, সৰিয়হ তেল বুলি ভাবিলেও প্রকৃতপক্ষে ইয়াৰপৰা বাদাম তেলৰ মূল্যহে পোৱা যায়। 'ৰান্ধনী উচটাই জোল খোৱা' বুলি প্রবচন এফাঁকি আছে। নিজে তৈয়াৰ কৰা বস্তুটোৰ প্রতি উচ্চ ধাৰণা এটি প্রায় লোকৰেই থাকে। এই দুর্বলতাটি ধৰি ল'ব পাৰিলে বহুতো সুবিধা আছে। ৰান্ধনিক্ তেওঁৰ ৰন্ধন দ্রব্যৰ উচ্চ প্ৰশংসা কৰিলে কিবা অলপ বেছিকৈ পোৱাৰ সম্ভাৱনা থাকে। হোষ্টেলত মাছৰ সামান্য টুকুৰা এটিৰ কাৰণে ঠাকুৰক তেল দিওঁতে মুখৰ বিষ উঠে, মোৰ বৌ-দেউ এগৰাকী আছে। তেওঁৰপৰা মাছ-মঙহ সৰকোৱাৰ এইটোৱেই প্রধান কিটিপ। 'বৌ জোলখন ইমান বঢ়িয়া হৈছে! কেনেকৈ ৰান্ধে বাৰু? ইমান যে সাৱাদ হয়!" এইখিনি কলেই হ'ল। "আৰু অকণমান দিয়ক" বুলি ক'বই নালাগে। আৰু এবাটি দিবই দিব। আমাৰ খুৰীদেৱে আচাৰ কৰে। হৰেক ৰকম। কিছুমান ভাল লাগে। কিছুমান বেয়া। কিন্তু কোনোবাটি আচাৰ বেয়া বুলিলে হাতৰ কুঠাৰ ভৰিত মৰা হ'ব। তেওঁৰ আচাৰৰ প্ৰশংসা কৰি খুব আচাৰ খাইছিলোঁ। এটা আচাৰ ভাল বুলি ক'লে আন এটা 'টেষ্ট' কৰিবলৈ দিয়ে, পিছে এনে কৰাৰ ফলত মোৰ অসুবিধাও অলপ হৈছিল। ভাল আচাৰৰ লগতে বেয়া আচাৰ খায়ো টকালি মাৰি প্ৰশংসা কৰিবলগীয়াত পৰিছিলোঁ।

নিজৰ সৌন্দৰ্য্য সম্পৰ্কে বহুতৰেই উচ্চ ধাৰণা এটা থাকে। এই ধাৰণাৰ মাত্ৰাটো ছোৱালীবিলাকৰ অলপ বেছি যেন লাগে। তেওঁলোকক পৰোক্ষভাৱে সৌন্দৰ্য্যৰ প্ৰশংসা কৰিলে বৰ ভাল পায়। এইখন চাদৰেৰে আপোনাক ভাল দেখি, 'ড্ৰেছটো' বঢ়িয়া মেট্‌চ কৰিছে, আগৰ ভাল যে কি হাৰ লৈছিল। এই ভালেৰেহে আপোনাক শুৱাই পৰিছে, 'চেহেৰাটো বঢ়িয়া হৈছে'—এনে চাটুবাক্য বুলিলে গা সাতখন-আঠখন লাগি পৰিব। (॥ টীকা ॥ এই তেলৰ মাত্ৰাধিক্য হ'লে কুফলজনিত ক্ৰিয়া সম্ভৱ। এতেকে পাত্ৰভেদে মাত্ৰা প্ৰয়োগ বাঞ্ছনীয়)। সৌন্দৰ্য্যৰ প্ৰশংসা কৰিলে তেওঁলোকৰ মুখ মিচিকীয়া হাঁহিৰে উপচি পৰে। প্ৰশংসা কৰোঁতাক সৌন্দৰ্য্যবোধৰ কাৰণে অভিনন্দন জনায়, পুৰণি সাহিত্যৰ ডালিমগুটীয়া দাঁত, তিলফুল যেন নাক, ৰাজহংস গতি, মৃণাল বাহু, চন্দ্ৰ যেন মুখ আদি উপমাবোৰ সৌন্দৰ্য্যৰ প্ৰতীক। আজিকালিও বহুতে অপাত্ৰক এনে উপমাৰে বিভূষিত কৰি প্ৰশংসা কৰা দেখা যায়। এনে প্ৰত্যক্ষ প্ৰশংসা আজিকালিৰ বিভাগ মতে নিম্ন শ্ৰেণীত পৰে, কিন্তু বন্ধু দুজনমানৰ প্ৰেমপত্ৰ গভীৰভাৱে অধ্যয়ন কৰাৰ পিচত এনে তেলৰ বজাৰ যে মন্দা পৰা নাই—এই বিষয়ে মই নিঃসন্দেহ।

কিছুমান ল'ৰাক খীণোৱা বুলি ক'লে ভাল পায়, কিছুমানক শকত বুলি ক'লে বুকুখন ওফন্দি উঠে। ল'ৰাক তেল দিলে পায় কেতিয়াবা চুৰটটো, কেতিয়াবা শুদা চাহ কাপ, আৰু ছোৱালীক প্ৰশংসা কৰি পাব পাৰে হয়তো কমালখন, কেতিয়াবা মুখৰ হাঁহিটো। হাঁহিৰ "কনজুমাৰ্ছ ছৰপ্লাছ" (Consumer's Surplus) হে হিচাপত ধৰা উচিত, মোক কোনোবাই খীণোৱা বুলি ক'লে 'অসুখ হৈছিল' বুলি কওঁ, শকত হোৱা বুলি ক'লে 'এই কেইদিন ভাল ডায়েট খাইছোঁ' বুলি তেওঁৰ মন্তব্যত সমৰ্থন জনাওঁ, তেল বিষয়ত মই "আশুতোষ"।

মধ্যমনাৰায়ণ এবিধ কবিৰাজী তেল, গোন্ধ ভাল নহয়। কিন্তু

খুব ঠাণ্ডা ৰাখে। বন্ধু এজনে এনে এবিধ তেলৰ কথা কৈছিল। তেওঁৰ ঘৰৰ ওচৰত ছোৱালী এজনী থাকে। 'আপোনাৰ ইমান ভাল পছন্দ' বুলি ব্লাউছৰ কাপোৰ কিনিবলৈ দিয়ে। 'আপোনাৰ হাতৰ আখৰ ভাল' বুলি কলেই নোট 'কপি' কৰি দিব লাগে। 'আপোনাৰ গাত বৰ জোৰ' আছে বুলি কোৱাৰ অৰ্থ ভিৰ ঠেলি চিনেমাৰ টিকেট কিনি মাকৰ লগত চিনেমা হলত বহুৱাই থৈ আহিব লাগে। তেওঁ হেনো তেওঁক যে তেল দি কাম-বন কৰাই লয় অলপ অলপ বুজেও। তথাপি তেল দি কিবা এবাৰ কলেই কামটো ঘপহকৈ কৰি দিয়ে। কাৰণ সোধাত কৈছিল—জানো বন্ধু, এইবোৰ যে কবিৰাজী তেল ; তথাপি কি কৰিবা মধ্যম নাৰায়ণৰ দৰে গোন্ধ বেয়া হ'লেও ই দিল ঠাণ্ডাকাৰক মহৌষধ।

সন্মান প্ৰদৰ্শন কৰিও বহুতে তেল দিয়ে, নিজকে ডাঙৰ বুলি ভবা মানুহ বহুতো আছে। বাটত দীঘলীয়া চালাম দিলে তেওঁ বৰ আনন্দ পায়। নিয়মিতভাৱে তেনে লোকক চালাম দিব পাৰিলে কিবা এটা কাম আপুনি সহজে কৰাই লব পাৰিব। আমাৰ মাষ্টৰ এজনে তেওঁ দিয়া 'নোট' বৰ সহজ বুলিলে খুব ভাল পাইছিল। মূল পুথিতকৈ তেওঁৰ 'নোট' প্ৰায়েই টান হৈছিল। তথাপি আমি তেওঁৰ নোট বৰ সহজ আৰু সহজে মনত ৰোৱা হৈছে বুলি কৈছিলোঁ। পৰীক্ষাত বেছিকৈ পোৱা দুই-চাৰি নম্বৰ উক্ত তোষামোদৰ ফল বুলি বন্ধুসকলৰ ধাৰণা। আমাৰ এজন শিক্ষকে নিজে বৰ 'ষ্ট্ৰীক্ট' বুলি ঘোষণা কৰে। তেওঁৰ কথাৰ ওপৰত কোনোবাই কিবা ক'লে তাৰ আৰু ৰক্ষা নাছিল। পিঠিত বেত ছিঙিহে এৰিব। তেওঁক কোনোবাই ভয় কৰা যেন দেখুৱালে তেওঁ বৰ ভাল পায়। আমাৰ ক্লাছৰ কেইজন-মান আড্ডাবাজ ল'ৰা আছিল। সদায় হোটেলত চাহ খায়। বাকীও কৰে বহুত। তেওঁলোকে চাহ খাই থাকোঁতে ছাৰে দেখা পালে চাহৰ কাপ হাতত লৈ হোটেলৰ ভিতৰলৈ দৌৰ মাৰিছিল। তেনেকৈ ভয় খোৱা দেখুৱালে তেওঁ পিচদিনা ক্লাছলৈ অলপ পলমকৈ গ'লেও

বেঞ্চৰ ওপৰত তুলি নথয়। এজনে অলপ অতিমাত্ৰা ভক্তি দেখুৱাই-ছিল। সি ক্লাছ থি্ৰপৰা বিড়ি খায়। ছাৰক বাটত দেখিলেই সি বিড়ি জ্বলাই লয়। আৰু ছাৰ ওচৰ পালেই লাজ আৰু ভয়খোৱা দেখুৱাই বিড়ি পেলাই লৰ মাৰে। ছাৰে তাক মৰম কৰে তাৰ ভক্তিৰ কাৰণে—সি আমাৰ আগত কৈছিল, লুকুৱাই খালে তেওঁ বিড়ি নোখোৱা বুলি ভাবিব। কিন্তু বিড়ি খোৱা স্বভাৱ থকা সত্বেও বিড়ি লুকুৱালে তেওঁক ভক্তি প্ৰদৰ্শন কৰা হয়। তাৰ মতে তেল দিয়াৰ ইও এটা কৌশল।

মানুহে অকল স্বাৰ্থ পূৰণৰ কাৰণেই তেল দিয়ে বুলি মই নাভাবোঁ, জনসমাগমৰ মাজত এক অহেতুক আনন্দত মন নাচি উঠাৰ দৰে কেতিয়াবা নিস্বাৰ্থ তেলেৰে আমাক উৎসাহিত কৰাৰ লগতে নিজেও তৃপ্তি লাভ কৰিব পাৰি। এজন গায়কক আপোনাৰ গলাটো বেছ, এজন সাহিত্যিকক আপোনাৰ গল্প বা কবিতা চমৎকাৰ হৈছে, বোলাত মোৰো একো কষ্ট নহয়, তেখেতেও উৎসাহ পায়। এনে ধৰণে উৎসাহিত কৰোঁতে সামান্য সতৰ্ক হ'লেই হ'ল। নিজৰ লিখা-বোৰৰ প্ৰতি উচ্চ ধাৰণা নাথাকিলেও মৰম এটা সকলোৰে থাকে। আনকি কেতিয়াবা বেয়া লিখিছিলোঁ বুলি জানিও কোনোবাই সেইটিকে 'ভাল হৈছে' বোলে নেকি কাণ পাতে। বন্ধু এজনৰ লিখা এটি এদিন বৰ ভাল হৈছে বুলি শলাগিলোঁ। সাধাৰণভাৱে তেওঁ সুধিলে "কত পঢ়িলে? কেনে পালে?" অলপ 'নাৰ্ভাছ' হৈ ক'লোঁ—"মানে—মই পঢ়া নাই, বন্ধু এজনে পঢ়ি খুব ভাল হোৱা বুলি কৈছে।" মোৰ বন্ধু এজনে পঢ়ি ভাল পাইছে এই কথাত তেওঁ নিশ্চয় অলপ ভাল পাব বুলি ভাবিলোঁ।

এয়া হ'ল ব্যক্তিবিশেষত প্ৰয়োগ কৰা তেল। আৰু এবিধ তেল আছে। তাক প্ৰয়োগ কৰা হয় সমষ্টিত। ইয়াক জাতীয় তেল বুলিব পাৰি। ই একেলগে বহুতক সন্তুষ্ট কৰিব পাৰে। এই তেলৰ প্ৰভাৱ দেখি বিস্ময় মানিব লাগে। অসমৰ জনসাধাৰণ এই তেলৰ

লগত বিশেষভাৱে পৰিচিত। বহু সময়ত জানি-শুনিও আমি এই তেলত পিচলি পৰোঁ। ধৰক এজন জনপ্ৰিয় নেতা আহি অসমৰ জনসাধাৰণ, অসমৰ মনোৰম প্ৰকৃতি আৰু অসমীয়া মানুহৰ সৰল আৰু সহৃদয় স্বভাৱৰ প্ৰশংসা কৰিলে। এঠাইত কোৱা এই কথাই গোটেই দেশৰ মানুহকে একেলগে আনন্দিত কৰিব। পিচত আন ঠাইত আমাৰ বিৰুদ্ধে কিবা ক'লেও উক্ত প্ৰশংসাৰ কাৰণে তেওঁৰ ওচৰত চিৰ বাধিত থাকিম। ৰচনা লিখিলে তেওঁৰ প্ৰশংসা-বাণীৰ উদ্ধৃতি দিম। জীৱনী লিখিলে এই প্ৰশংসাৰ বাবেই তেওঁক বিখ্যাত লোক বুলি ক'ম। কেন্দ্ৰীয় শাসকৰ কোনোবা আহি অসমৰ প্ৰশংসা কৰিলে আমি আত্মহাৰা হৈ পৰোঁ, তাৰ পিচত আমাৰ ভাগত বাজেটত টকা-সিকা নধৰিলেও আমাৰ আফচোচ কৰিবলগীয়া একো নাই। সন্মান প্ৰদৰ্শন আৰু প্ৰশংসাতকৈ সা-সুবিধাৰ মূল্য বেছি বুলি ভবা মানে মাণিকৰ সলনি সামান্য কাঁচ গ্ৰহণ কৰা নহ'ব জানো?

ট্ৰেনইত এবাৰ জাতীয় তেল মালিচ কৰি বৰ উপকাৰ পাইছিলোঁ। এলাহাবাদত উঠিছোঁ। কলিকতালৈ আহিম। ডবা-টোত আঙুলি দিবৰ ঠাই নাই। দুজন হিন্দুস্থানী ভদ্ৰলোকে বহুতো ঠাই তেওঁলোকৰ সুগোল সুঠাম পেটেৰে অধিকাৰ কৰি আছে। ছিট উলিয়াবলৈ ৰাষ্ট্ৰভাষাৰে মালিচ আৰম্ভ কৰিলোঁ। আমিও এলাহা-বাদৰপৰা অহা বুলি কোৱাত দুই-এষাৰ কথা পাতি অনুগ্ৰহ দেখুৱালে। সুবিধা পাই এলাহাবাদৰ গুণ বখানিবলৈ ধৰিলোঁ। মোৰ হিন্দী ভাষাৰ সমস্ত জ্ঞান-ভাণ্ডাৰ উদং কৰি শুদ্ধ হিন্দী ক'বলৈ যত্ন কৰি ক'লোঁ—"এলাহবাদকো আদমি বহুত চৰল, চাস্ত ঔৰ চহৃদয় হায়। অতিথি পৰায়ণতা—ভি প্ৰচংচনীয় হায়।" কথা-প্ৰসঙ্গত হিন্দী ভাষাৰ গুণ-কীৰ্তন কৰিও কিছু কলোঁ—"হিন্দী বহুত চুমহান ঔৰ প্ৰতিপত্তিচালী ভাচা হায়, উচ্‌লিয়ে বৰাবৰ হিন্দীমেঁ বাত-চিৎ কৰতা হু"। মোৰ হিন্দীৰ "চেন্ট্ৰল আইডিয়া"টো যে তেওঁলোকে

বুজিছিল এই বিষয়ে মই নিঃসন্দেহ। নহ'লে ছিট পাবলৈ আমি যথেষ্ট কষ্ট কৰিব লাগিলহেঁতেন।

"ক্রুড অইল" পৰিশোধিত কৰি নানান স্তৰৰ কেৰাচিন, পেট্রল, মম আদি পোৱাৰ দৰে সাধাৰণ প্রশংসাকে স্তৰবিশেষে বিভিন্ন ভঙ্গীত প্রয়োগ কৰি বেলেগ বেলেগ ফল পাব পাৰি। ব্যৱহাৰ কৰোঁতে কিছুমানে ৰঙা কেৰাচিন, কিছুমানে চফা কেৰাচিন ব্যৱহাৰ কৰাৰ দৰে কিছুমানক খোলাখুলি প্রশংসা আৰু কিছুমানক পৰোক্ষে প্রশংসা কৰিলে ভাল পায়। অসমত তেল শোধনাগাৰ স্থাপন হোৱাৰ লগে লগে এইবিধ তেলো পৰিশোধিত হৈ অসমীয়া মানুহৰ যথেষ্ট উপকাৰ সাধিব বুলি ভাবোঁ। কাৰণ অসমীয়া মানুহে তেল দিব নাজানে বুলি এটা বদনাম আছে। অফিচ আদিত চাকৰি কৰিবলৈ গ'লে ভেম এটা লৈ বহি থাকে। "হায়াৰ অফিচাৰক তেল নিদিওঁ, লাগে খেতি কৰি খাম"। ফলত তেল দিব জানোতাৰ প্রমোচন হয়, চাকৰি মিলে আৰু খেতি কৰোঁতাৰ মিলে পৰিশোধ কৰিব নোৱাৰা বাকীৰ বিল। তেওঁলোকৰ দাঁত চেলাই থাকোঁতেই যায়। অৱশ্যে 'ক্রুড অইল' নিদি পৰিশোধিত ভাল তেল দিব পৰাত কৃতিত্ব আছে। ভালৰ ভাল সৰ্বতিকাল।

# সুভাষিতানি

সুবিধা পালে উপদেশ বাণীৰে কাণ ঘোলা নকৰে তেনে মানুহ সংখ্যাত তাকৰ। ৰবাৰ্ট বাৰ্টনৰ "Anatomy of Melancholyত এষাৰ কথা আছে :

"Who Cannot give good counsel ?
'Tis cheap, it costs them nothing,"

অৰ্থনৈতিক সমস্যাই গছকা জনসাধাৰণক সহজে বিলাব পৰা মাথোঁ এটা বস্তুৰেই বাকী আছেগৈ—উপদেশ। উপদেশত খৰচ নাই, খুব বেছি ভাবি-চিন্তি মূৰ গৰম কৰিব নেলাগে, যিজনক উপদেশ দিয়া হয় তেওঁৰ সুবিধা-অসুবিধাৰ কথাও ভাবিবলগীয়া একো নাই—আপোনাৰ বহুমূলীয়া উপদেশৰ বাণীৰে তেওঁক বুৰাই থৈ আপুনি গভীৰ প্ৰশান্তি বা আত্মপ্ৰসাদ লাভ কৰিব পাৰে।

উপদেশ সকলোৱে দিয়ে ; কিন্তু যথাসময়ত উপযুক্ত মূল্যবান উপদেশ সকলোৰে ভাগ্যত নঘটে। উপদেশ হয়তো কোনোটোৱেই বেয়া নহয়, কিন্তু স্থান-কাল-পাত্ৰৰ বিচাৰ কৰিহে তাৰ মূল্য নিৰূপণ কৰিব পাৰি। তাৰ উপৰি আৰু এষাৰ কথা মনত ৰাখিব লাগে : যিজনে ভালদৰে জানে, তেওঁক উপদেশ দিয়াৰ কোনো প্ৰয়োজন নাই। যিজনে নেজানে অকল উপদেশ তেওঁৰ বাবে যথেষ্ট নহয়। উপদেশদাতাই উপদেশ দানৰ সময়ত এই কথাষাৰ সাধাৰণতে মনত নেৰাখে।

পানীত পৰা মানুহে খেৰকুটা এডালকে আশ্ৰয় কৰি লোৱাৰ দৰে কিবা আপদ-বিপদত পৰিলে উপদেশৰ বাণী এষাৰেও আমাৰ চিন্তাৰ ভাৰ বহুখিনি লাঘৱ কৰে। কিন্তু উপদেশ বিচাৰি জানো

সুখ আছে? অসুখ-বিসুখৰ কথা জানিলে আৰু ৰক্ষা নাই। মূল্যবান উপদেশ বাণীয়ে আপোনাক বিব্ৰত কৰি তুলিব। বিনা উপদেশে আপুনি ৰোগীৰ যিখিনি যত্ন লৈছিল সেইখিনি যত্ন লোৱাও নহ'বগৈ পাৰে। কেতিয়াবা কোনো কোনোটো উপদেশ হয়তো পৰস্পৰবিৰোধী। কোনটো এৰিব, কোনটো ধৰিব? সেই সময়ত আপুনি যদি চিচেৰোৰ (Cicero) "Nobody can give you better advice than yourself"—এই উপদেশ বাণীলৈ মনত নেপেলায় তেনেহলে ৰোগীৰ ফালে আধ্যা পৰিব।

ঘটনা এটা মনত পৰিছে। ভনীজনীৰ টান জ্বৰ। কেবাদিনো হ'ল। কিন্তু জ্বৰ নকমে। পুহমাহ। বেছ জাৰ পৰিছে। এদিন ডাক্তৰে কলে যে টেম্পাৰেচাৰ নকমাটো বৰ ভাল লক্ষণ নহয়। মূৰত জলপটী দি থাকিব লাগে আৰু খুব বিচি থাকিব লাগে।

ৰাতি ৮।১ বজালৈ জ্বৰ অলপো নকমা দেখি আমি বৰ ভয় খালোঁ। ঠিক সেই সময়তে চিনাকি ভদ্ৰলোক এজন অসুখৰ খবৰ লবলৈ আহিল। তেখেত বেমাৰীৰ ওচৰতে চকি এখন পাৰি বহি ললে। ডাক্তৰৰ ভঙ্গীত নাড়ী পৰীক্ষা কৰি চিন্তিতভাৱে চিগাৰেট এটা জ্বলালে। ৰোগীৰ বিষয়ে নানান প্ৰশ্ন কৰি সকলোখিনি জানি লৈ শেষত কোন ডাক্তৰে চাইছে সুধিলে। ডাক্তৰজনৰ নাম ক'বলৈহে পালোঁ—তেওঁ গৰগৰাই উঠিল: "ছঃ ডাক্তৰ ওলাইছে! চাৰিদিনে টেম্পাৰেচাৰ কমা নাই, এতিয়া জলপটী দি জ্বৰ কমাবলৈ আহিছে। বাদ দে সেইবোৰ। যা মূৰত পানী ঢলাৰ ব্যৱস্থা কৰ।" চোৱাৰ ধৰণ দেখি তেখেতৰ ডাক্তৰী বিদ্যাৰ প্ৰতি ইতিমধ্যে আমাৰ শ্ৰদ্ধা জন্মিছিল। উপদেশ মতে পানী দিয়াৰ ব্যৱস্থা কৰা হ'ল। প্ৰায় গোটেই ৰাতিটো পানী দিয়া হ'ল। ৰাতিপুৱালৈ জ্বৰ কিছু কমিল কিন্তু গাৰ বিষটো অলপ বেছি হ'ল। দৌৰিলোঁ আকৌ ডাক্তৰৰ ওচৰলৈ। ডাক্তৰ খঙত জ্বলি-পাক উঠিল। জ্বৰ নকমিলে মোক খবৰ দিয়াৰ কথা কৈছিলোঁ নহয়। যিটো ভয় কৰিছিলোঁ

সেয়েই হ'ল। আৰু যাতে ঠাণ্ডা নেলাগে তালৈ লক্ষ্য ৰাখিবলৈ দৰাই দৰাই কৈ তেওঁ পেনিচিলিন দিবলৈ চিৰিঞ্জ উলিয়ালে। পিচত গম পাইছিলোঁ—আগৰপৰা ঠাণ্ডা লাগিয়ে জ্বৰ হৈছিল। ৰাতিটো পানী ঢলাৰ পিচত সেয়ে নিউমোনিয়াৰ নিশ্চিত ৰূপ ল'লে।

পেটৰ অসুখ, পানী লগা, মূৰত বিষ, টাইফইড, যি কোনো অসুখেই নহওক, উপদেশ দিওঁতাৰ অভাৱ নহয়। দুই-চাৰিজন বন্ধু-বান্ধৱৰ আগত কথাটো উলিয়াই প্ৰমাণ চাব পাৰে। ব্যক্তিগত অভিজ্ঞতাৰেই হওক বা ক'ৰবাত কাৰোবাৰ মুখত শুনিয়েই হওক, কিম্বা কোনো কিতাপত পঢ়িয়েই হওক--প্ৰসঙ্গ ওলালে অন্ততঃ এজনে কিবা এটা উপদেশ আপোনাক দিবই।

গোটেই অসম জুৰি এক সময়ত পেটৰ কামোৰনি, গ্ৰহণী আদি ৰোগত এটি "পেটেণ্ট" উপদেশ দিয়া হৈছিল : অৰুণমান কানিৰ বড়ি এটা অন্ততঃ কেইদিনমান নিয়মীয়াভাৱে সেৱন কৰিব লাগে।

এই উপদেশ মানি সেই সময়ত বহুতো পেটৰ ৰোগী নিয়মীয়া কানীয়াৰ শাৰীলৈ উঠিছিল।

অসুখত পৰিলে অবাঞ্ছিত উপদেশেৰে ঘাহকৈ বিব্ৰত কৰি তোলে স্বয়ম্ভু ডাক্তৰসকলে। তেওঁলোকে নেজানে, তেনে কোনো ৰোগ নাই। বৰ বৰ অভিজ্ঞ ডাক্তৰৰ যি ৰোগৰ বিৱৰণ শুনি কপালৰ শিৰ থুপ খায়—স্বয়ম্ভু ডাক্তৰ সেই ৰোগৰ দুটিমান লক্ষণ শুনাৰ পিচতেই "প্ৰেচক্ৰিপচন" গাবলৈ আৰম্ভ কৰে। সাধাৰণ পানী-লাগি গা বিষালে তেওঁলোকে তাক ব্ৰঙ্ক-নিউমোনিয়া, পেট চলিলে গেষ্টো এণ্টাৰাইটিজ, মূৰ বিষালে ব্ৰেইন টিউমাৰ, জিন্‌জিনালে পেৰালাইচিচ, বুকু বিষালে টি, বি, পেট বিষালে এপেণ্ডিচাইটিচ, বুকু ধৰ্‌ফৰালে থ্ৰম্বচিচ বুলি সহজে চিনাক্ত কৰে। স্বয়ম্ভু ডাক্তৰে ডাক্তৰী শাস্ত্ৰৰ বিশেষ একো নেজানে যদিও ঔষধৰ বিজ্ঞাপন পঢ়িয়েই আচল ডাক্তৰকো চমক খুৱাব খোজে। দৰৱ আৰু তাৰ গুণাগুণৰ কথাও তেওঁলোকৰ জিভাৰ আগত।

স্বয়ম্ভু ডাক্তৰৰ ৰোগ নিৰ্ণয় বিশ্লেষণ আৰু ঔষধৰ গুণাগুণৰ বিষয়ে দিয়া বক্তৃতা শুনিলে আপুনি বিমুগ্ধ হ'ব। তেখেত যোৱাৰ পিচত হয়তো আপুনি সুধিব তেখেত বিলাতত পাছ কৰা নেকি? উত্তৰ শুনি আপুনি হতাশ হ'ব লাগিব। তেখেত ডাক্তৰ নহয়, কোনোবা অফিচত কাম কৰে, বীমা কোম্পানীৰ এজেণ্ট নাইবা তেনেকুৱা আন কিবা এটা।

মোৰ ল'ৰাটিৰ বয়স তেতিয়া তিনিমাহ। কেঁচুৱাটো চাই কোনোবা এগৰাকীয়ে আমাৰ তেওঁক বুজাই থৈ গ'ল ল'ৰাটি বৰ ক্ষীণ। তাতে আজিকালিৰ ল'ৰা। সাধাৰণতে দুৰ্বল। প্ৰোটিন থকা বস্তু, যেনে মাছ, কণী আদি নিয়মীয়াকৈ খুৱাই থাকিব লাগে। অফিচৰপৰা আহি পাইছোঁ মাথোন, শ্ৰীমতীয়ে জনালে মাগুৰ মাছ আৰু ভাল কণী অনাৰ ব্যৱস্থা তৎক্ষণাৎ কৰিব লাগে। ল'ৰাক কিছুদিন মাছ আৰু কণী খুওৱা হ'ল। তাৰ কিছুদিন পিচত আন এগৰাকীয়ে কথা শুনি মূৰে-কপালে হাত দিলে, "কিযে কাণ্ড তোমা-লোকৰ—এই ফুকলীয়া ল'ৰাক কোনোবাই মাছ খুৱাইনে? মাছ খুৱালে ক্ৰিমি হয়।" তাৰ পিচত উপদেশ দিলে বৰং হজম শক্তি বঢ়াবলৈ ভাতৰ লগত অমিতা খুৱাব লাগে। অমিতা খুউৱা হ'ল। দুদিনমান পিচত ওলালেহি আন এজন। তেওঁতো অসাৱধান, দায়িত্বহীন আখ্যাৰে আমাক বিভূষিত কৰি বুজাই থৈ গ'ল কেঁচুৱাক অমিতা খুৱাব নেলাগে, পেলু হয়। পেলুৰ ভয়তেই আমি এবাৰ এজনৰ উপদেশ মতে সকতে কেঁচুৱাক চেনী নুখুৱাই মিছিৰিৰ পানী খুওৱা কৰিছিলোঁ। মিছিৰি খুউৱা বাবে আন এগৰাকীয়ে সাৱধান কৰি দি গ'ল মিছিৰিৰ পানী খুউৱাৰ কাৰণেইটো ল'ৰাৰ পানী লগা নুগুচে।

আন এজনে আকৌ কেঁচুৱাক গাজৰ, জিকা, পালেংশাক, বীট আদি সিজাই খুৱাবলৈ নিৰ্দেশ দি গ'ল। এইবোৰ খুওৱা শুনি আন এজনে আকৌ ভয় খুৱালে: এইবোৰ খুৱাই থাকিলে লিভাৰ

বেয়া হ'ব, তাতকৈ ফলৰ ৰস খুৱাব লাগে। সুমথিৰাৰ ৰস খুৱাব পাৰিলে আন একোৱেই নেলাগে।

সুমথিৰাৰ ৰস খুৱাই জানো শান্তি আছে ? স্বয়ম্ভু ডাক্তৰ এজনে এদিন কলে—সুমথিৰাৰ ৰস কেতিয়াও নুখুৱাব। পেট ফুলি থাকিব আৰু সেয়ে লিভাৰত "এফেক্ট" কৰিব পাৰে।

এটা কথা কিন্তু ভালকৈ বুজিছোঁ—নিজৰ বাহিৰে আন কাৰো উপদেশ অধিক মূল্যবান হ'ব নোৱাৰে। সেয়ে সুভাষিতানি মোৰ বাবে গৰল এৰ।

# চিটি বাছ

"যাব দিয়ক ককাইদেউ" বুলি কাণফলা চিঞৰ মৰাৰ পিচতেই চলন্ত চিটি বাছত জপিয়াই উঠি গৌৰৱেৰে যাত্ৰীসকললৈ এবাৰ চাই আকৌ "পানবজাৰ, ফাঁচীবজাৰ, কামাখ্যা, মালিগাওঁ, পাণ্ডু" :বুলি খিট্‌কৈ বেলটোৰ ৰচিডাল টানি নামি পৰা হেণ্ডীমেনজন দেখিলে এনেয়ে মনটো ভাল লাগি যায়। পইচা থাকিলে কেতিয়াবা উঠিবৰ আৰু পইচা নেথাকিলে খোজ কাঢ়ি কাঢ়ি চলমান চিটিবাছত উঠা হেণ্ডীমেনজনৰ কাৰ্য্য-কলাপ চাই থাকি ভাল লাগে। বাছ বৈ থাকিলেও তেওঁ বাছত নুঠে। অলপ চলিব ধৰিলে দৌৰ মাৰি উঠৈগৈ। নামিবৰ সময়তো গাড়ী নৌ থামোতেই জাপ মাৰি নামে। কেতিয়াবা কণ্ডাক্টৰ হেণ্ডীমেন দুয়ো। নতুন হ'লেতো কথাই নাই।

চিটিবাছ মানৱ প্ৰকৃতিৰ চলন্ত যাদুঘৰ। বিভিন ধৰণৰ মানুহ চিটিবাছত উঠে। উঠিয়েই কোনোবাই ভাল চিট্ যোগাৰ কৰিবলৈ সন্ধানী দৃক্‌পাত কৰে। কোনোৱে থিয় হৈয়েই ওচৰৰ যাত্ৰীজন ক'লৈ যাব সুধি তেওঁৰ লগত কথা-বতৰাৰ পোহাৰ মেলে। কেতিয়াবা 'কাৰেণ্ট টপিকৰ', কেতিয়াবা ৰাজনীতি, কেতিয়াবা সমাজ-নীতি। যাত্ৰীসকলে তেওঁৰ কথা শুনা যেন পালে বক্তৃতাৰ আখৈ ফুটে। কোনোবা যাত্ৰী নামিব খুজিলে "আপুনি নামেই নেকি" বুলি তেওঁৰ চিট্‌টো অধিকাৰ কৰি লৈ বক্তৃতাঃপুৰ্ণোদ্যমে চলাই থাকি, হঠাৎ কোনো এটা ষ্টপেজত হয়তো "টপিকছ" শেষ নকৰাকৈ ঘপহকৈ নামি পৰে।

কেতিয়াবা একোজন যাত্ৰীয়ে উঠিয়েই সহাস্যবদনে আপোনাৰ লগত পৰিচয় হৈ লয়। তাৰ পিচতে এক অনা বা দুই অনা খুচুৰা

পইচা খুজিব। নতুন মানুহৰ কথাই নকওঁ, অলপ লাজ ভাব থকা অভ্যস্তজনেও তেনে কোট-টাই মৰা ভদ্ৰলোক এজনক পইচা দুই অনা দি সহায় কৰিবলৈ বেয়া নেপায়। তাৰ পিচতে ধন্যবাদ জনাই আন এখন চিটি বাছত উঠি অদৃশ্য হৈ পৰিব। মানুহৰ গাত আইনৰ দাগ মৰা নেথাকে। নহলে তেওঁৰ চাৰিশ বিশ নম্বৰী চাপটি নিশ্চয় চকুত পৰিলেহেঁতেন। তিৰোতাসকলো এলাপেচা বুলি নেভাবিব। কেতিয়াবা আপোনাৰ গাত খুন্দা খোৱা বাবে ক্ষমা প্ৰাৰ্থনা কৰি আপোনাৰ লগত অলপ জমাই তুলিব। আপোনাৰ ব্যৱহাৰত সন্তুষ্ট হৈ আপোনাক তেওঁলোকৰ ঘৰলৈ নিমন্ত্ৰণ জনাব। অৱশ্যে এইবোৰ কলিকতীয়া চিটিবাছৰ হে দৈনন্দিন ঘটনা।

দহটকীয়া আৰু কণ্ডাক্টৰৰ হাতত খুচুৰা নথকা যেন দেখিলে পাঁচটকীয়া নোট দেখুৱাই ভাড়া নিদিয়াকৈ নামি যোৱা ভদ্ৰলোক নিজেই লগ পাইছোঁ। কেতিয়াবা এনেকুৱা কৌশলে লাজত পেলায়। এদিন কণ্ডাক্টৰ এজনক পাঁচটকীয়া নোট এখন যচাত তেওঁ হাঁহি মাৰি মোৰ জেপতে থৈ দিবলৈ ইঙ্গিত দিলে। তেওঁৰ হাতত খুচুৰাও আছিল। তেওঁ আগৰ চিটলৈ গৈ আন এজন ভদ্ৰলোকক পইচা খুজিলে। তেওঁ দিলে এখন দহটকীয়া নোট। কণ্ডাক্টৰজনে হাতৰ মুঠিত লৈ থকা টকাকেইটা তেওঁৰ হাতত গুজি দিলে। হিচাপ কৰি একো নভবাকৈ তেওঁ পইচা জেপত সুমুৱালে। কণ্ডাক্টৰজন মোৰ ওচৰলৈ আহি কলে: "আপুনিতো আজি মাথো পাঁচটকীয়া এখন দিছে। তেওঁ সদায় দহটকীয়া দিয়ে। আজি একেলগে গোটেই কেইদিনৰ ভাৰা কাটি ৰাখিছোঁ।"

বিদেশৰ কথা নজানো, কিন্তু ভাৰতৰ ভিতৰত গুৱাহাটীৰ চিটি বাছেই বোধকৰোঁ সকলোতকৈ উদাৰ। আন আন ঠাইত বাছষ্টপ আছে। নিৰ্দিষ্ট ঠাইৰ বাহিৰে আন ঠাইত হিয়া চাকুৰি মৰিলেও ৰাছ নৰয়। কিন্তু আমাৰ বাছ য'তেই হাত দাঙে ত'তেই ৰ'ব। ঘৰৰ আগত নামিব খুজলে তাতেই নমাই দিব। কিবা বস্তু দোকানত

কিনিবলৈ খৰি এটা ইঙ্গিত দিলেই বাছ কিছু সময় ৰাখি হ'লেও আপোনাক লৈ যাব। অসুবিধাত পেলোৱাতো তেওঁলোকৰ নীতি নহয়। আমাৰ বাছ কণ্ডাক্টৰসকলৰ হৃদয়ত যাত্ৰীৰ প্ৰতি মাতৃ-স্নেহ আৰু পইচাৰ প্ৰতি নাৰীৰ দুৰ্বলতা।

বোম্বাই, পুনা, মাদ্ৰাজ, দিল্লী আদি ঠাইৰ চিটি বাছত উঠিবলৈ 'কিউত' বৈ থাকিব লাগে। নিৰ্দিষ্ট যাত্ৰীতকৈ এজনো যাত্ৰী নিনিয়ে। বাছত টিকেটৰ নিৰিখ আৰু নিয়মাৱলী স্পষ্টভাৱে ইংৰাজী আৰু স্থানীয় ভাষাত লিখা থাকে। বাছ ভুল কৰিলে কণ্ডাক্টৰে কোন বাছত উঠি কেনেকৈ যাব লাগে ধুনীয়াকৈ বুজাই দিয়ে। কোনোবাই 'কিউ' ভঙ্গ কৰিলে যাত্ৰীয়েতো গৰগৰাই উঠি পোন্দোৱা চকুৰে তেওঁলৈ চায়েই, তাৰ উপৰি কণ্ডাক্টৰেও তেওঁক বাছত সোমাবলৈ নিদিয়ে। বৰ "ষ্ট্ৰীক্ট"। প্ৰথমতে নিয়মবোৰ ভাল লাগিছিল। এদিন কিন্তু বৰ খং উঠিল। পুনাৰ কথা। চিনেমা চাবলৈ ওলাইছোঁ। আমি তিনি-জন "কিউ" শোভা কৰি থিয় হৈ আছোঁ। নিৰ্দিষ্ট সময়ত বাছ আহিল। অন্যান্য যাত্ৰীসকল আৰু মোৰ বন্ধু দুজন বাছত উঠিল। মোলৈ ছিট নাই। এইখন বাছত যাব নোৱাৰিলে চিনেমা 'চোৱা নহয়। বৰ বিবুদ্ধি হলোঁ। হেজাৰ হ'লেও ময়ো গুৱাহাটীৰ চিটি বাছত উঠা লোক। আমাৰ চিটি বাছৰ নিয়ম-নীতিবোৰ মজ্জাগত। বিয়াৰ দিনাৰ কইনাৰ দেউতাকৰ নম্ৰতাৰে ৰাষ্ট্ৰভাষাত অনুনয় কৰি কলোঁ—"বহুত জৰুৰী কাম, জানে নাই দেনেছে দিগদাৰ মে পৰেগা।" চিটি বাছত এনেকুৱা অনুৰোধ তেওঁ নতুনকৈ শুনিলে চাগৈ। "এইসা নেহী হোতা" বুলি হাঁহি এটা মাৰি মাতৃভাষা মাৰাঠীত কিবাকিবি কৈ যাত্ৰীবিলাকলৈ চাই আকৌ এবাৰ হাঁহিলে। প্ৰতিবাদ হিচাপে মোৰ বন্ধু দুজনো নামি আহিল। বিদ্বান পণ্ডিত লোকে বিদেশলৈ গৈ লিখা কাহিনী পঢ়িছোঁ। বিদেশত হেনো স্বদেশৰ কথা বৰকৈ মনত পৰে। অসমৰপৰা গ'লেও পোনতে ভাৰতৰ, পিচত সোণৰ অসমৰ কথা। বাছত চিট নেপাই মোৰ সিদিনা গুৱাহাটীৰ চিটি বাছৰ

কথা মনত পৰিছিল। অকল মোৰ কিয়, মোৰ দৰে দৰকাৰী কাম থকা বহুতো লোকলৈ তেওঁলোকৰ চিটিবাছত ছিটৰ নাটনি নহ'লহেঁতেন।

গুৱাহাটীৰ বাহিৰে আন ঠাইৰ চিটি বাছৰ আদৰ-অভ্যৰ্থনা নাই। তেওঁলোকৰ বাছত আগবাঢ়ি গৈ উঠিব লাগে। আমাৰ হ'লে বৈ বৈ হ'লেও লৈ যায়। কেতিয়াবা দৌৰি গৈ আন চিটি বাছৰ পৰাহৰপৰা আপোনাক উদ্ধাৰ কৰি আগবঢ়াই আনিবগৈ। পলম হোৱা যেন দেখিলে বাছখন 'ষ্টাৰ্ট' কৰি এনেয়ে এবাৰ আগবঢ়াই দিব। এইখিনিতে আপোনালোকৰ বাছত বহি আমনি লগাৰ "ৰিলিফ"। তাৰ পিচত আকৌ ন-যাত্ৰীক নিমন্ত্ৰণ জনাব। বাছ ফেল কৰি কোনোবা অসুবিধাত পৰে বুলি তেওঁলোকে সতৰ্ক দৃষ্টি ৰাখে। এনে স্নেহ-প্ৰীতিৰে পৰিপূৰ্ণ চিটি বাছত উঠা মানুহে আন আন ঠাইৰ চিটি বাছত উঠি সুখ নোপোৱাটো স্বাভাৱিক।

কলিকতা পৃথিৱীৰ ভিতৰত এখন ডাঙৰ লেতেৰা মহানগৰী। কলিকতাৰ চিটি বাছৰ কথা উল্লেখ নকৰিলে ভুল কৰা হ'ব। কলিকতাৰ চিটি বাছত উঠি মোৰ গুৱাহাটীৰ চিটি বাছত উঠা যেন লাগিছিল। তাতো 'কিউ' কৰি অসুবিধা ভোগ কৰিব নেলাগে। গাত জোৰ থাকিলে আপোনাৰ কাৰণে বাছত ছিট জকল ওলাব। দুই-এজন বেছি নিয়াত এওঁলোকৰ আপত্তি নাই। দুই-এজন কণ্ডাক্টৰ বাছ ৰখাৰ আগতেই জপিয়াই নামি পৰাও চকুত পৰিছে। ঠিক আমাৰ গুৱাহাটীৰ দৰে। লেডীজ ছিটৰ ব্যৱস্থাও আছে। কিন্তু দুটা বস্তুৰ অভাৱ। য'তে ত'তে নেৰাখে, "যাব দিয়ক ককাইদেউ" বোলা সহৃদয় মাতষাৰ ইয়াত শুনিবলৈ নেপাওঁ।

লক্ষ্ণৌৰ চিটি বাছৰ এটা বিশেষত্ব হ'ল—লেডী কণ্ডাক্টৰ। আন ঠাইত লেডী কণ্ডাক্টৰ মোৰ চকুত পৰা নাই। ছোৱালীৰ লগত কথা পতাটো বহুতৰ চখ। কোনো কোনো যাত্ৰীয়ে তেওঁলোকে জনা কথাটিও সুধি আমনি কৰে। তেওঁলোকে অৱশ্যে তাৰ যথাযথ উত্তৰ দিয়াত কাৰ্পণ্য নকৰে। খাই কাৰ্শলা গছত উঠিলে কাঠি চেলেকাৰ

চেনেকাৰ মৰণ দিলে। মই সেইবাৰ নতুনকৈ লক্ষ্ণৌলৈ গৈছোঁ। ভাটখণ্ডে সংগীত বিদ্যালয়, ইমামবাৰা আদি চোৱাৰ ইচ্ছা। নাৰী জাতি কোমল হৃদয়ৰ বুলি থকা বিশ্বাসৰ বাবেই এজনী লেডী কণ্ডাক্টৰক ক'ত নামিব লাগিব, কিমান দূৰ যাব লাগিব, এনে ধৰণৰ দুই-এটা প্ৰশ্ন কৰিলোঁ। তেওঁ ক'ত নামিব লাগে কৈ মোৰ ফালে এবাৰ সন্দেহৰ চকুৰে চাই আন একো উত্তৰ নিদি টিকট দিয়াত ব্যস্ত হৈ থাকিল। ওচৰৰ দুই-এজন যাত্ৰীয়ে মোৰ অৱস্থা দেখি একোটি অৰ্থপূৰ্ণ হাঁহি মাৰিলে। মই অৱশ্যে খুব বেছি লাজ নেপালোঁ। লক্ষ্ণৌত মোক কোনেও চিনি নেপায়। অচিনাকি মানুহৰ আগত লাজ কিহৰ ?

চিটি বাছৰ কথা ওলালেই লেডীজ ছিটৰ কথা মনত পৰে। লেডীজ ছিট টেণ্টেলাছৰ পিয়লা—সাগৰৰ মাজত থাকি পানী খাবলৈ নোপোৱাৰ এক উজ্জ্বল দৃষ্টান্ত। লেডীজ ছিট খালি হৈ পৰি থাকিলেও নবহোঁ। বহি কেবাদিনো লাজ পাইছোঁ। লাজ-অপমান হাতৰ মুঠিত লৈ ফুৰিবলৈ মোৰ দৰে বহুতৰে ইচ্ছা নাই। তথাপি কোনোবা লেডীজ ছিটত বহিলে যাত্ৰীসকলে মহিলা যাত্ৰী কেতিয়া উঠে আগ্ৰহেৰে বাট চায়। তেওঁলোকে সেমেনা-সেমেনিকৈ উঠি আহিলে দেখি বৰ আমোদ পায়। এক সময়ত কণ্ডাক্টৰে লেডীজ ছিট এৰি দিবলৈ কয়েই, লগতে দুই-এজন সহানুভূতিশীল যাত্ৰীয়েও যাত্ৰীকেইজনক শুনাকৈ "ছিট এৰি দিয়ক" বুলি নিৰ্দেশ-বাণী শুনাই মহত্বৰ পৰিচয় দিয়ে। বোম্বাই, পুনা, দিল্লীৰ ফালে এনে ব্যৱস্থা নাই। তাৰ মহিলাসকল আমাৰ দৰে অবলা নহয়। কিউত যিয়ে আগবাঢ়ে তেৱেঁই ছিটৰ গৰাকী হ'ব পাৰে। গতিকে পুৰুষ-মহিলা নিৰ্বিশেষে 'কিউ' হিচাপতেই বহিব লাগে। বহুতো দূৰ-দৃষ্টিসম্পন্ন যাত্ৰী 'কিউ' কৰোঁতে সাৱধান হয়। মই অৱশ্যে অসাৱধান যাত্ৰী বুলি নিজকে পৰিচয় দিব নোখোজোঁ। এদিন মোৰ ওচৰত এগৰাকী গাভৰু বহিব লগীয়া হ'ল। ওচৰৰ যাত্ৰী কেইজনৰ মোলৈ ঈৰ্ষা হৈছিল চাগে।

পিচে, তেওঁ মোৰ দুৰ্ভাগ্যৰ প্ৰতীক হিচাপে অহা বুলি কেতিয়াও বুজ উঠা নাছিল। অলপ পিচতে তেওঁ নামিল। তেওঁৰ পৰিবৰ্তে মোৰ ওচৰত বহিলহি এজনী দোমোনী মাৰাঠী মহিলা। কোলাত কেঁচুৱা। যাত্ৰীসকলে মোৰ ভাগ্য বিপৰ্য্যয় দেখি হাঁহিছিল যদিও মূৰ তুলি চাব নোৱাৰাৰ বাবে বিশেষ গম ধৰিব নোৱাৰিলোঁ। ইপেজৰ ওচৰ পোৱাৰ আগতে মোৰ দ্বিতীয় ভাগ্য বিপৰ্য্যয় ঘটিল। কেঁচুৱাটিয়ে হঠাৎ অভদ্ৰসূচক কাৰ্য্য এটিৰ দ্বাৰা মোৰ নকৈ ইস্ত্ৰি কৰা পেণ্টটো তিয়াই পেলালে। লাজ ঢাকিব খুজি হাঁহিবলৈ চেষ্টা কৰি খিলি-পান খাই বগা কৰি যোৱা দাঁতকেইটি উলিয়াই তৎক্ষণাৎ নামি পৰিলোঁ। তিৰোতাগৰাকীয়ে ভোৰ-ভোৰাই মাৰাঠী ভাষাত গালি পাৰিলে নে সান্ত্বনা যাচিলে বুজি নাপালোঁ। বোধকৰো আজিলৈকে কোনো 'ট্ৰেজিডিৰ' নায়ক জীৱনত এনে ড্ৰামেটিক 'আইৰণি'ৰ সমুখীন হোৱা নাই।

মহীশূৰ, মাদ্ৰাজ আৰু বাঙ্গালোৰৰ চিটি বাছৰ লগত গুৱাহাটী আৰু কলিকতাৰ চিটি বাছৰ মিল যাইকৈ মহিলাৰ কাৰণে আচুতীয়াকৈ ৰখা আসনৰ ক্ষেত্ৰত। মহিলাৰ ছিট অধিকাৰ কৰিব পাৰে; কিন্তু কোন মুহূৰ্ত্তত আসন ত্যাগ কৰিব লাগে তাৰ নিশ্চয়তা নেথাকে। মাদ্ৰাজৰ চিটি বাছত মহিলা-ছিটৰ ওচৰ চপাই টান। তেওঁলোকৰ বাবে উঠা-নমাৰ বন্দোবস্ত সুকীয়া। পিচে এটা কথা ভাল। তেওঁলোকৰ মহিলাসকলেও আহি মতা মানুহৰ ছিটৰ ওপৰত "অবলা বুলি ছিট এৰি দিয়ে যদি দিয়ক" এনে ভাবত থিয় হৈ নেথাকেহি। আজিকালি মহিলাৰ উৎপাতত বাছত উঠাই টান। ছিট এৰি নিদিয়া যে অত্যন্ত অভদ্ৰামি পাকেপ্ৰকাৰে তাকে বুজাই দিয়ে। এইবাৰ ডিব্ৰুগড়ৰ বাছত উঠি মনটো পাতল পাইছোঁ। ডিব্ৰুগড়ৰ চিটি বাছত মহিলাৰ ছিটত মহিলা, পুৰুষৰ ছিটত পুৰুষ। "ট্ৰেছ-পাছৰ" কাৰবাৰ নাই। পুৰুষৰ অধিকাৰত থকা অংশত পুৰুষ ওলমি হ'লেও যাব আৰু হেঁচা-ঠেলাকৈ হ'লেও মহিলাৰ সংৰক্ষিত অঞ্চল হে মহিলাই

অধিকাৰ কৰিব। এনে নিয়ম। এটা কথা ভাল লাগে যে চিটি বাছ চলিবলৈ চিটিৰ দৰকাৰ নাই। কম পইচাৰে কম বাট যোৱা বাছেই চিটি বাছ। লাইন বাছত বাওঁতে যেনিবা দূৰ বাটৰ বাবে সৰহ পইচা লয়। চিটি বাছত খুচুৰা-খুচুৰিকৈ অহা-যোৱা কৰিব পাৰি। নগাওঁ আৰু মঙ্গলদৈৰ চিটি বাছত উঠিলে আপুনি কিন্তু ঠগ খাব। এই চিটি বাছ নগৰৰ ভিতৰত নচলে। কেনেবাকৈ ভুলক্ৰমে উঠিলে বুজিব নগৰৰপৰা পাঁচ ছয় মাইল আঁতৰলৈ নিহে আপোনাক নামিবলৈ দিব।

ৰাজধানী হিচাপে দিল্লী বিখ্যাত হ'ব পাৰে কিন্তু পুনা-বম্বেৰ দৰে চিটি বাছৰ শৃঙ্খলাবদ্ধ পৰিচালনাৰ বাবে বিখ্যাত নহয়। আমাৰ ৰাজধানী শিলঙৰ বাছৰ যশ-গুণ গাই শেষ কৰিব নোৱাৰি। বজাৰ কৰাৰ পিচত কুলি বিচাৰি হাবাথুৰি খাব নেলাগে। মাল যেই যোনেই নহওক আমাৰ ৰাজধানীৰ চিটি বাছত তুলি দিয়ক। কচু, আলু, বেঙেনা, কুকুৰা, মাছৰ পাচি, চাউলৰ বস্তা, খৰি ইত্যাদি সকলো ধৰণৰ প্ৰয়োজনীয় বস্তু যিমান পৰিমাণৰ দৰকাৰ আপুনি চিটি বাছত অনা-নিয়া কৰিব পাৰে। মদ খাই ঢলং-পলংকৈ যাত্ৰীৰ গাত ভেজা দি যোৱাৰ সুবিধা পৃথিৱীৰ আন কোনো চিটি বাছে দিব পৰা নাই। চিগাৰেট, "প'ৰ্টবোল" হোকা ( পাইপ ) খাই যোৱাৰ সুবিধাও এই বাছতেই পাব। যেনিয়েই খুচি চলা, য'তে ইচ্ছা যোৱা, আৰু যিমান মন যায় ভাড়া আদায় কৰা—এয়া আমাৰ স্বাধীন ভাৰতৰ স্বাধীন বাছ।

চিটি বাছত দুবিধ মানুহ উঠে। এবিধ প্ৰয়োজনত, আনবিধ দেহক কষ্ট নিদিবলৈ—বিলাসৰ কাৰণে। বিলাসৰ কাৰণে উঠা-বিলাকে গণ্ডগোল কৰি হাঁহে, বহুতো কথা পাতে। কিছুমানে যথা সময়ত নিৰ্দিষ্ট স্থানত বাছ উপস্থিত নহ'লে খেদ কৰে, কিছুমানে আৰামৰ যাত্ৰাটি হঠাৎ শেষ হোৱাৰ বাবে খেদ কৰে। কিছুমান আছে অনিৰ্দিষ্ট যাত্ৰী। বাছৰ ৰেহৰূপ বা আকৰ্ষণ থাকিলে পুতুংকৈ উঠে,

নহ'লে খোজ কাঢ়ি কাঢ়িয়েই সময়বোৰ কটাই দিয়ে। চিটি বাছত মই জীৱনৰ জীৱন্ত ৰূপ দেখোঁ। মানৱ চৰিত্ৰৰ ডকুমেণ্টৰী চাওঁ। কাৰোবাৰ বেজাৰত মোলান পৰা মুখ, হাস্যোজ্জ্বল দীপ্তিময় কান্তি, দিনটোৰ ক্লান্তিয়ে কপালত ফুটাই তোলা শ্ৰান্তিৰ ৰেখা, গাৰ ঘাম আৰু নোধোৱা চোলাৰ অদ্ভুত গোন্ধ প্ৰসাধনৰ মধুৰ গোন্ধৰ লগত মিলি জীৱনৰ খৰালি-বাৰিষাৰ বাতৰি কয়। অলপ সময়ৰ কাৰণে হ'লেও গোটেই চিটি-বাছৰ মানুহ কেইজনক একোটা পৰিয়াল যেন লাগে। চিটি বাছত যাত্ৰী বেছি হ'লে আমি সমস্বৰে নতুন যাত্ৰীক কওঁ "ছিট নহ'ব দিয়ক"। নতুন যাত্ৰী বাছত উঠিয়েই আমাৰ পৰিয়ালৰ হৈ পৰিব। তেওঁৰ পিচত আকৌ নতুন যাত্ৰী আহিলে তেওঁৱেই হয়তো আগতীয়াকৈ মাত লগাব "ছিট নহ'ব দিয়ক।"

# দঁাত

বিখ্যাত লিখক জেক লণ্ডন ১৯৪০ চনত রুছ-জাপান যুদ্ধৰ সংবাদ পৰিবেশনৰ বাবে কোৰিয়াত থাকিবলগীয়া হৈছিল। থাকে এখন হোটেলত। হঠাৎ এদিন স্থানীয় গণ্য-মান্য ভদ্ৰলোক এজনে তেওঁৰ হোটেললৈ আহি জনালে যে বাহিৰত চহৰৰ প্ৰায় সকলো লোকে তেওঁৰ দৰ্শন লাভ কৰিবলৈ অধীৰভাৱে অপেক্ষা কৰিছে। তেওঁ যেন বাইজক এবাৰ দেখা দি কৃতাৰ্থ কৰে।

জেক বিস্মিত হ'ল। মনে মনে ভালো পালে যে তেওঁৰ সাহিত্য-খ্যাতি সুদূৰ কোৰিয়া পাইছেহি। তেওঁ লৰালৰিকৈ গহীন ভঙ্গীৰে ওলাই আহি বাইজৰ মাজত থিয় হ'ল। তেওঁক অনুৰোধ জনোৱা হ'ল তেওঁ যেন এবাৰ মুখ মেলে। জেকে এইটোও বুজিলে যে বক্তৃতা দিয়াৰ উদ্দেশ্যে তেওঁক মুখ মেলিবলৈ অনুৰোধ জনোৱা হোৱা নাই। সমবেত জন-মণ্ডলীয়ে বিচাৰিছে তেওঁৰ দাঁতৰ দৰ্শন।

জেকৰ ছুয়ো পাৰি কৃত্ৰিম দাঁত। তেওঁ কৃত্ৰিম দাঁত লগোৱাৰ খবৰ কেনেবাকৈ প্ৰচাৰ হ'ল। লগে লগে কৌতূহলী দৰ্শকেৰে হোটেল-প্ৰাঙ্গন ঠাঁহ খাই পৰিল। তেওঁলোকে পশ্চিমীয়া দেশৰ এই অভিনৱ আবিষ্কাৰ নিজ চকুৰে চাই চক্ষু-কৰ্ণৰ বিবাদ ভঞ্জন কৰিলে।

চুলি পকে, দাঁত সৰে—এইবোৰ বাৰ্দ্ধক্যৰ লক্ষণ। সকলো বয়স আৰু সময়ৰ লগে লগে জৰাজীৰ্ণ হয়—একমাত্ৰ তৃষ্ণাৰ বাহিৰে। শাস্ত্ৰতো এই কথাই আছে। কিন্তু মানুহে সময় আৰু প্ৰকৃতিৰ লগতো যুদ্ধ কৰিছে। আজিকালি আশী বছৰীয়া বৃদ্ধৰ চুলিও কিচকিচীয়া ক'লা, দাঁতৰতো কথাই নাই। আশী বছৰীয়া নহয়—এশ আশী বছৰ জীয়াই থাকিলেও তেওঁৰ দাঁত খতি-খুন নোহোৱাকৈ থাকিব।

সপোনত দাঁত লবা হেনো বৰ বেয়া। আগেয়ে দিঠকত লবা আৰু বেয়া আছিল। দাঁত লবা মানে ভোগৰ দিনক 'টাটা' জনোৱা। হেঁপাহৰ বস্তু জুতিকৈ চোবাই খাব নোৱাৰি। জিভা ৰাখিব নোৱাৰি টপ্ কৰে গিলি থলেও লেঠা। ফল বৰ ভাল নহয়। আন বস্তুৰ লোভ নথকা জনবো তামোল বা সেই জাতীয় কিবা এবিধ খাবৰ হেঁপাহ থাকে। দাঁত নেথাকিলে সকলো মিছা।

আগেয়ে দাঁতত মাৰিৰপৰা গজি ওলাই অহা টান পদাৰ্থ বিশেষ-কেই "দাঁত" বোলা হৈছিল। আজিকালি সেই দাঁত লগাই ল'ব পৰা হ'ল। আগেয়ে বাৰ্দ্ধক্যৰ বাবে ভৰ কৰাৰ প্ৰথম শাৰীৰ কাৰণ আছিল—সোলা হোৱাৰ ভয়। কৃত্ৰিম দাঁতৰ আবিষ্কাৰে সেই ভয় নাইকিয়া কৰিলে। আচল দাঁততকৈ নকল দাঁতত কিছুমান সুবিধা বৰং বেছিহে। আচল দাঁত আপুনি সোলোকাই থব নোৱাৰে। নকল দাঁত আপোনাৰ ইচ্ছামতে সোলোকাই থব পাৰে। দাঁতৰ পিচফাল পৰিষ্কাৰ কৰা বৰ টান। নকল দাঁত খুলি লৈ আগ-পাচ ওপৰ-তল ইচ্ছা মতে পৰিষ্কাৰ কৰাত অলপো অসুবিধা নাই। নিজৰ সময় নেথাকিলে আনকো সেই কামত লগাব পাৰি। কিছুদিনৰ পিচত "কৃত্ৰিম দাঁত পৰিষ্কাৰ কৰা অনুষ্ঠান" প্ৰতিষ্ঠিত হ'লে দাঁত নিজে চাফা কৰাৰ লেঠা-কণো নেথাকিব। সময়ত হয়তো ৰাস্তাৰ দাঁতিত জোতা পালিচ কৰি দিয়াৰ দৰে কেইটামান পইচাৰ বিনিময়ত "দাঁত পালিচৱালাই" সেই কাম নিমিষতে কৰি দিব।

কেতিয়াবা দাঁতৰ মাজত কাঁইট সোমালে কম কষ্ট যায়নে? খৰিকা, আলপিন—যিহকে হাতত পৰে তাৰেই খোচোতে মঙহ এৰাই যায়গৈ। জিভাৰ আগটিও বাৰে বাৰে তালৈকেহে যায়। নকল দাঁতত সেইবোৰ লেঠা নাই।

অলপতে এঘৰলৈ ফুৰিবলৈ গৈছিলোঁ। তেওঁলোকৰ সৰু ল'ৰাটিয়ে মাটিত বাগৰি বাগৰি কান্দিব লাগিছে। কোনো ৰকমেই শান্ত নহয়। মাকে আমাৰ আগত কন্দাৰ কাৰণ ব্যাখ্যা কৰিলে। দেউতাকে

হেনো ছুটা নে তিনিটা দাঁত নতুনকৈ লগাই লৈছে। সক ল'ৰাটিৰো আগ দাঁত ছুটা সৰিছে। বায়েক-ভায়েকহঁতে 'বুঢ়া' 'বুঢ়া'কৈ জোকাই থাকে। মনৰ বেজাৰত দেউতাকক নকল দাঁত ছুটা আনিবলৈ খাটনি ধৰিলে। দেউতাক কিন্তু বৰ স্বাৰ্থপৰ। নিজৰ সৰা দাঁতকেইটা লগাই ল'লে, কিন্তু ল'ৰাটিৰ বেলিকা হ'লে কাণসাৰ নাই। সেই বেজাৰতে—দেউতাকৰ স্বাৰ্থপৰতাৰ প্ৰতিবাদ জনাই ল'ৰা কান্দি-কাটি অস্থিৰ। হাজাৰ হওক আজিকালিৰ লৰাহে! সক সক ল'ৰা-ছোৱালীৰ বাবে "ৰেডিমেড বেবী টিথ" উলিয়াব কথা ভাবিবৰ হ'ল।

বাতৰি-কাকতত অলপতে পঢ়িলোঁ যে কুকুৰৰ কাৰণেও "ফল্চ টিথ" ওলাইছে। বাতৰিটিত কোৱা হৈছে যে এটা কুকুৰ-পুলিচে এই দাঁত লগাই সুফল পাইছে। এই বিচক্ষণ কুকুৰ-পুলিচ অফিচাৰজনৰ কেনেবাকৈ দাঁত ছুটা ভাগে। বহুতো চিন্তাচৰ্চা কৰাৰ পিচত কৰ্তৃ-পক্ষই এইজনা গুণী কুকুৰৰ সুবিধাৰ্থে বিশেষভাবে দাঁত ছুটা কৰাই দিয়ে। কেইদিনমান ব্যৱহাৰ কৰাৰ প্ৰশিক্ষণ দিয়াৰ পিচত বৰ্তমানে ই আচল দাঁতৰ দৰেই কাম দিছে।

সৃষ্টিৰ আদিৰেপৰা দাঁত সকলো জীৱ-জন্তুৰেই প্ৰধান অস্ত্ৰ। হিংস্ৰ-জন্তুসমূহৰ চিকাৰৰ আহিলা। আজিকালিও কটাৰী, ব্লেড, কেচি আদি সজুলিৰ কামো আমি সময়ত দাঁতেৰেই চলাই দিওঁ। বৰং দাঁতেৰে কিছুমান কাম উজুহে হয়। সূতা এডাল ছিঙিবলৈ কেচি বিচাৰি ফুৰি সময় নষ্ট কৰাৰ কি প্ৰয়োজন? দাঁতেৰে পলকতে কামটো শেষ কৰি পেলাব পাৰি। ইলেকৃট্ৰিকৰ তাঁৰৰ কাম কৰা লোক সকলৰ দাঁত এটি অপৰিহাৰ্য্য অস্ত্ৰ। কিবা এটা বস্তু টানকৈ ধৰিব লগীয়া হলে, বেঁকা কৰিবলগীয়া হলে—আন যন্ত্ৰ-পাতি নিবিচাৰি দাঁতেৰেই কামবোৰ চলাই দিব পাৰি। প্ৰয়োজন বিশেষে সকলো ধৰণৰ কামতেই প্ৰয়োগ কৰিব পৰা এনে 'বহুমুখী' (multipurpose) যন্ত্ৰ এতিয়ালৈ আবিষ্কৃত হোৱা নাই।

মুখ, চকু, কাণ, নাক আদিৰ গঠনে মানুহৰ সৌন্দৰ্য্যত বৰঙনি

যোগোৱাৰ দৰে দাঁতেও মানুহৰ ৰূপ চৰায়। ই হাঁহি কৰি তোলে মোহনীয়। দাঁতৰ যত্ন লোৱাও সৌন্দৰ্য্য-চৰ্চাৰ এটি অংগ। ধুনীয়াকৈ হাঁহি এটি মৰাৰ পিচত যদি লেতেৰা জেংজেঙীয়া দাঁত কেইটিমান ওলাই আহে—কেনে লাগিব বাৰু?

দাঁত হাঁহিৰ প্ৰতীক। কেতিয়াবা ভাগৰ নাইবা বিৰক্তিৰ বাবেও হাঁহিবৰ ইচ্ছা নহয়। কিন্তু বক্তা লাজত পৰিব বুলিয়েই ভদ্ৰতাৰ খাতিৰত হাঁহিবলগীয়াত পৰিলে আপুনি দাঁতকেইটা সামান্য উলিয়াই হোঃ কৈ ক্ষীণ শব্দ এটা কৰিলেও কাম চলি যাব। কিছুমান চাকৰিত হাঁহি আৱশ্যকীয় গুণ। সেইবিলাক চাকৰিত পিচলৈ আমনি লাগিলে মুখখন অলপ কোচ খুৱাই দাঁত দুটামান দেখুৱাই দিলেই হ'ল। বহুতো টকা থকা মানুহে আকৌ এই বুধিটো জানিয়েই নেকি দাঁতবোৰ সোণেৰে বন্ধাই লয়। কেতিয়াবা এটা দাঁত; কেতিয়াবা কেইবাটাও। কিছুমানে আকৌ দাঁত মাজতে ফুটাই লৈ সোণেৰে বন্ধায়। অসমীয়া দস্তুৰ আকৌ বেলেগ। নাৰিকলৰ খোলা বা আন তেনে কিবা বস্তুৰ কহ উলিয়াই দাঁত বোলাই লয়। স্বামীয়ে হেনো তিৰোতাৰ বগা দাঁত দেখাতো বেয়া। দাঁত বোলোৱাৰ পিচতো অৱশ্যে দাঁত-চেলাই ফুৰাতো নিষেধ।

উজলা দাঁত দেখাত শুৱনি নহয় যদিও 'লক্ষ্মী' বুলি কোৱা হয়। 'লক্ষ্মী' 'সৰস্বতী' বুলিলে আমাৰ খাতিৰৰ বাট নেথাকে কিন্তু কুকুৰ দাঁত দুটা দীঘল হ'লে আমাৰ মনৰ পটত আঁকি থোৱা ৰাক্ষসৰ ছবিটিৰ লগত মিলি যাব খোজে।

হাতীৰ দাঁত এবিধ পবিত্ৰ, প্ৰয়োজনীয় আৰু দামী বস্তু। কিন্তু আদৰ্শ দাঁত নিগনিৰহে। সকতে দাঁত সৰিলে সৰা দাঁত নিগনিৰ উদ্দেশ্যে উছৰ্গা কৰি আমি নিগনিৰ দাঁতহে কামনা কৰিছিলোঁ।

# সন্দেহ

বজাৰত মাছৰ কিলোত দুটকা। বাহ্মনী ল'ৰাটোৱে পাঁচ টকা বুলি ক'লেও যদি আপুনি সন্দেহ নকৰে তেনেহলে ই আপোনাৰ মূৰ্খকামি। আপুনি মেছৰ মেনেজাৰ। দুমাহৰ মেছ ডিউজ নিদিয়া মেছ মেম্বাৰ এজনে যদি ঘৰৰপৰা গৈ টি, এম, অ' কৰিম বোলা বাবেই আপুনি তেওঁৰ ঘৰলৈ যোৱা ভাড়াও দি পঠিয়ায় মই আপোনাক সহৃদয় নোবোলোঁ। বুলিম নিৰ্বোধ। কাৰণ, তেনেকুৱা টি. এম. অ' আজিলৈকে কোনো মেনেজাৰে পাইছে বুলি শুনা নাই। কোনোবা সন্ন্যাসীয়ে দহটকীয়া নোট বিশটকীয়া কৰি দিম বুলিলে যদি আপুনি সাঁচতীয়া টকাখিনি তেওঁৰ হাতত গতাই দিয়ে দিয়ক। বাটত এদিন লগ পোৱা ছোৱালীজনীয়ে আপোনাক নেপালে আপোনঘাতী হ'ম বুলিলেই যদি আপোনাৰ হাতৰ সোণৰ আঙঠিটো তাইৰ হাতত পিন্ধাই দি আহি গোটেই ৰাতি সপোন দেখি চকু অমৰা-গুটীয়া কৰে—কৰক। কোনোবা কিংকৰ্তব্যবিমূঢ় চেহেৰাৰ ভিখাৰীয়ে এমাহ খাবলৈ পোৱা নাই বুলি চালাম এটা দিলেই যদি আপুনি চিটি বাছত যাবলৈ গোটাই থোৱা ভাড়াখিনি দি পুণ্য আৰ্জন কৰিব খোজে কৰক। বজাৰত কোনোবা কেনভাচাৰে বেচা এদিনতে যৌৱন লাভ কৰাৰ দৰব যদি আপুনি কিনিব খোজে কিনক। বাতৰি কাকতৰ বিজ্ঞাপন চাই ঈপ্সিতজনক সহজে লাভ কৰিব পৰা তান্ত্ৰিক আঙঠি মগাই আনে—আনক। এটকাত পোৱা দহ বছৰৰ গেৰান্টিযুক্ত সোণৰ ঘড়ী কিনিলেও মোৰ ক'বলগীয়া একো নাই। কিন্তু আপুনি বেয়া পালেও পাওক, ভাল পালেও পাওক, মই আপোনাক ঔকৰা ডকৰা এইবোৰ একো নোবোলোঁ—খুব নম্রভাৱে বেলপুং অথবা নিৰ্বোধ বুলিম।

পিছে সন্দেহৰ বিষদৃষ্টিয়ে জীৱনত অশান্তিৰ বন্যা আনে। সন্দেহবাদ মজ্জাগত হৈ ৰোগত পৰিণত হ'লেও মহা বিপদ। সন্দেহৰ বিষ-লাড়ু এবাৰ গিলিলে বিপদৰ পেট কামোৰে লগ নেৰা হয়। কোনোবাই কিবা উপকাৰ কৰিব খুজিলেও ঠগাবলৈ চেষ্টা কৰা যেন লাগে। কোনোবাই উপযাচি উপদেশ দিলে জাহান্নামে যাবলৈ দিয়া নির্দেশ যেন লাগে। চাকৰ ল'ৰাটোৱে বিছনা ভাল কৰিলে গাৰুৰ তলৰ পইচা বিচৰা যেন বোধ হয়। বিপদত পৰি কোনোবাই টকা দুটা বিচাৰিলে চাৰিশ বিশ ধাৱালৈ মনত পৰে। আপদত পৰি কোনোবাই ৰাতিটো পৰি থাকিবলৈ ঠাইকণ বিচাৰিলে ৰাতি টেটু চেপি ধৰাৰ চক্ৰান্ত বুলি অণ্ঠ-কণ্ঠ শুকায়। ভজা মাছ মেকুৰীয়ে নিলেও চাকৰৰ পিঠিত কিল পৰে। ঘৈণীয়েকে কিবা হেকৱালে ঘৰলৈ দি পঠিওৱা বুলি মাক-বাপেকৰ চৌদ্ধ পুৰুষ উদ্ধাৰ কৰে। কেতিয়াবা টোপোলা পিট্‌-পাটকৈ চাই লাজত পৰে। সন্দেহৰ বায়ুৱে পালে আপোন-পৰৰ ভেদ নাথাকে।

সামান্যভাৱে সন্দেহৰ ভাব থকাটো ক্ষতিকৰ নহয়। বৰং বহু সময়তই নিজক বিপদৰপৰা ৰক্ষা কৰে। মানুহৰ ব্যৱহাৰ-ভঙ্গী বিচিত্ৰ। বিচিত্ৰ মানব চৰিত্ৰ। আমাৰ সমাজ-ব্যৱস্থা আৰু ক্ৰমবৰ্দ্ধমান নৈতিক অধঃপতনৰ ধাৰাই আমাক সন্দেহ কৰিবলৈ প্ৰশিক্ষণ দিছে। কিন্তু এজন বা দুজন মানুহৰ ব্যৱহাৰ-বিধি সমাজৰ মাপকাঠি হ'ব নোৱাৰে। যি কোনো সঞ্চিত ৰোগেই শেষত মাৰাত্মক হোৱাদি শেষত সন্দেহৰ বীজাণুৱে পুলি-পোখা মেলি ছাটি ধৰিলে জীৱন তিক্ততাৰ যাদুঘৰ হৈ পৰে। পদে-পদে সন্দেহে ক্ষণে-ক্ষণে বিপদৰ জাল পাৰি তিলে-তিলে জীৱন দগ্ধ কৰে।

ঘৰুৱা জীৱনত বিশেষকৈ স্বামী-স্ত্ৰীৰ মাজত সৃষ্টি হোৱা সন্দেহৰ বীজে ঘৰুৱা জীৱন বিষময় কৰি তোলাৰ দৃষ্টান্ত অলেখ ওলাব। ব্ৰাউনিঙে কথা এষাৰ কৈছিল। যিজনে ভালদৰে জানে তেওঁ সন্দেহ নকৰে। কথাষাৰ সঁচা। সম্যক জ্ঞানৰ অভাৱ সন্দেহৰ কাৰণ। কিছুমানে

খোলা-খুলিকৈ কথা কৈ ভাল পায়। কিছুমানে প্ৰাণখুলি হাঁহি তৃপ্তি পায়। সি ব্যক্তি বিশেষৰ স্বভাৱ। সদায় যিসকলৰ সান্নিধ্যত থাকিবলগীয়া হয় তেওঁলোকৰ দোষ-ক্ৰুটিবোৰ বুজি তাক সহজভাৱে গ্ৰহণ কৰিব নোৱাৰিলেই কেলেঙ্কাৰীৰ সৃষ্টি হয়। প্ৰিয়জন নাইবা বন্ধু-বান্ধৱৰ ক্ষেত্ৰত এই সহজ কথাবোৰেই সহানুভূতিশীল দৃষ্টিৰ অভাৱত দুৰ্বোধ্য প্ৰাচীৰৰ ৰূপ লয়। আপোনাৰ তিৰোতা গৰাকীয়ে স্বভাৱসুলভ হাঁহিৰে কাৰোবাক ভদ্ৰতাসূচক মাত এষাৰ লগালেও তেতিয়া আপোনাক শেলে বিন্ধাদি বিন্ধিব। কাৰোবাৰ লগত ঘৰুৱা দুষাৰ কথা খোলাখুলিভাৱে পাতিলে সন্দেহৰ হাতুৰীয়ে আপেনাৰ তালুত ব্ৰহ্মকোব মাৰিবলৈ আৰম্ভ কৰি দিব।

পেহীয়েকৰ ল'ৰাজন ঘৰলৈ আহিলে যৌৱনৰ জমা-খৰচৰ হিচাপ বহী লৈ কাঁবুলী অহা যেন লাগিব। ভাত ভিতৰলৈ নাযায়, পিয়াহ লাগিলে পানী খাব নোৱাৰে, চাহ কাপ আগত দিলে কুইনাইন মিক্সাৰ আগুৱাই দিয়া যেন লাগে।

তিৰোতাৰ ক্ষেত্ৰতো সেই একে কথাই। মাহেকীয়া ঘাটী বাজেট পূৰাবলৈ গিৰিয়েকে কোনোবা ছোৱালীৰ টিউচনী কৰিবলৈ গ'লেও ৰহস্যালাপ কৰি সময় অপব্যয় কৰাৰ পোৰনি উঠে। ৰাতি বহি দোকানীৰ পাওনাৰ হিচাপ কৰিলে প্ৰেম-পত্ৰৰ খচৰা প্ৰস্তুত কৰা যেন লাগে। আৰু তাৰ ফলত ঘৰখনত নতুন কুৰুক্ষেত্ৰৰ পাতনি মেল খায়। সন্দেহৰ অদৃশ্য বাণে থকা-সৰকা কৰাৰ পিচত সন্ধিপত্ৰত লৰালৰিকৈ চহী কৰে যদিও ক্ষতিৰ ক্ষয়ঙ্কৰী ৰূপ দেখি বহুতেই মুজুৰা পৰে।

সন্দেহৰ এই ক্ষতিকাৰক দিশটিৰ কথা উপলব্ধি কৰিব পাৰিছিল বুলিয়েই বোধকৰোঁ ধৰ্মপুথিবিলাকত সন্দেহৰ বশবৰ্তী নহ'বলৈ জয়দেউ কাকুতি জনোৱা শ্লোকৰ সংখ্যা সৰহ। আমাৰ 'বিশ্বাসে মিলয় হৰি তৰ্কে বহুদূৰ' বচন ফাঁকিও তাৰে অনুৰণন। এই কথাও সঁচা যে উপদেশ বেছি হলে উলঙ্ঘা কৰাৰ কোবো চৰে।

কিছুমানে ধৰ্মৰ নামত বিচাৰহীন আচাৰ অতি নিষ্ঠাৰে পালন কৰে। আচাৰ-বিচাৰৰ এটা বৈজ্ঞানিক দৃষ্টিকোণ আছে। তেওঁলোকে কিন্তু সেই দৃষ্টিকোণৰপৰা বিচাৰ কৰিবলৈ সম্পূৰ্ণ নাৰাজ। বিচাৰ-হীন নীতি পালনৰ তেজে তেওঁলোকৰ ধমনিত উজনি ভাটি কৰি থাকে। কিবা এটা কৰিলেই ধৰ্ম পলাই ফাট মাৰে বুলি সকলোৱে সন্দেহৰ চকুৰে চায়। আচাৰ-নীতিৰ মেৰ-পাকত পৰি ধৰ্মৰ তজু‌ লৈ চাই থাকোঁতে ভগৱানৰ নাম ল'বলৈকো তেওঁলোকৰ সময় নাইকিয়া হয়। ব্ৰাউনিঙৰ সুৰত সুৰ মিলাই বেদান্তৰ সুৰত সন্দেহক বোধকৰোঁ অবিদ্যা বুলি ক'লে কোনেও আপত্তি নকৰিব। নিজৰ জ্ঞান-বুদ্ধিৰ ওপৰত থকা সন্দেহ বেছি বিপদজনক। এই সন্দেহ উৎসাহ আৰু উদ্যমৰ পখী ঘোঁৰাৰ ঠেঙত সোণৰ বেজীৰে খোচ মাৰি থয়। শক্তি আছে কিন্তু উদ্যম নাই। আপোনাৰ নোট্‌ছ পঢ়ি কোনোবাই ফাৰ্ষ্ট ক্লাছ পালে অথচ আপুনি থাৰ্ডক্লাছ পাওঁ বুলি "ড্ৰপ" কৰিলে। চাকৰি নাপাই লাজ পোৱাৰ ভয়ত আপুনি ইন্টাৰভিউ নিদিলে অথচ কোনোবা এজনে আপোনাৰপৰা সুধি লোৱা কথাকেইষাৰ আওৰাই সৰহ নম্বৰ পালে। পিচত আপুনি মূৰে-কপালে হাত দি উস্ আস্ কৰি মূৰ আফলিয়াই মৰিলেও কোনো লাভ নহয়। এনে সন্দেহে সহজ কথাত আত্মবিশ্বাসহীনতাই আপোনাক উন্নতিৰ জখলাততো উঠিবলৈ নিদিয়েই বৰং উঠি থকা খাপ কেইটাৰপৰাও হিৰহিৰাই তললৈ নমাই আনিব। এনে সন্দেহে আত্মবিকাশ আৰু উন্নতিৰ পথত বিধি-পথালি দিয়ে। সেই কাৰণে . শ্বেক্সপীয়েৰে সন্দেহক "প্ৰতাৰক" বুলিছে। প্ৰাপ্য বা লভ্য বস্তুৰপৰা ই আমাক আঁতৰাই ৰাখে।

দেৱৰো বঞ্চিত এই মানৱ জীৱন। সেই কাৰণেই জীৱনটোলৈ মোহ বেছি। জীয়াই থকাৰ হেঁপাহতে এশ বছৰীয়া বুঢ়াইও দৰবৰ বটল কেইটাকে বুকুত বান্ধি আৰু এশ বছৰ জীয়াই থকাৰ সপোন দেখে। তেওঁলোক ডেকা কালৰপৰাই ছুচিয়াৰ। ইটো খালে

বেমাৰ হয়, সিটো খালে গালৈ বেয়া, ইটো নকৰিলে কথা টানেই, সিটো কৰিলে ৰক্ষা নাই, উঃ কিমান শুনিব তেওঁলোকৰ ওজৰ-আপত্তি! বজাৰৰ বস্তুত বীজাণু থাকে গতিকে ঘোলা পানীৰে হ'লেও ধুইহে তাক মুখত দিব। সন্দেহ তেওঁলোকৰ এটা ৰোগত পৰিণত হয়। পৰিশ্রুত পানীত তেওঁলোকে ৰোগৰ বীজাণু কিল-বিলাই ফুৰা দেখে, সাদৰেৰে আগুৱাই দিয়া জলপানৰ বাটিত পায় ৰৰবিহৰ চোক। উঠোঁতে-বহোঁতে, খাওঁতে-শোওঁতে সেই একেটা চিন্তা। ফলত ভিটামিন টেবলেট খালেও তেওঁলোকৰ পেটৰ অসুখ হয়, কেলচিয়াম ইন্‌জেকচন ল'লে শুকাই-খীণাই অৱস্থা নাইকিয়া হয়। চেনিৰ কথাই নকওঁ, পাৰিলে কণীৰ কুহুমো ধুই খাব খোজে। এনে দুৰ্ভগীয়া এজন লগ পোৱাৰ সৌভাগ্য মোৰ ঘটিছিল। বজাৰৰ পৰা ঘুৰাই অনা পইচাও তেওঁ নোধোৱাকৈ হাত পা'ত নলৈছিল। পিছে বিধি বাম। ইমান হুচিয়াৰ হৈও একো লাভ নহ'ল। কালি বোলে পিত্তৰ দোষ, বিবিধ অনুপানেৰে কবিৰাজী লাগে। পৰহিলৈ বোলে মূৰ-ঘূৰণি। হোমিওপেথিক এপালি পালে বেয়া নাছিল। এটা নহয় এটা বেমাৰ তেওঁৰ থাকিবই। সপ্তাহত অন্ততঃ আঠবাৰ ডাক্তৰ-কবিৰাজৰ পদধূলি তেওঁৰ ঘৰত পৰেই।

প্ৰথমবাৰ কলিকতা যাত্ৰাৰ দুৰ্ভগীয়া কাহিনী এটা মাজে মাজে মনত পৰিলে এতিয়া নিজৰেই লাজ লাগে। দলত আমি তিনিজন। মই দলপতি। বাকী দুজনে ৰঙিয়ালৈ ট্ৰেইনত উঠি পাইছে; কিন্তু ৰঙিয়া পাৰ হোৱা নাই। ক'লে অহঙ্কাৰ কৰা যেন হয়—মই ৰঙিয়া পাৰ হৈ আৰু কেইবাটাও ষ্টেচন বগাই অহা ছাত্ৰ। মোৰ এই ব্যাপক অভিজ্ঞতাৰ বাবেই তেওঁলোকে মোক দলপতি নিৰ্বাচন কৰিলে। কলিকতাত পঢ়ি থকা বন্ধুকেইজন যথাসময়ত চিঠি নোপোৱা বাবে ষ্টেচনত হাজিৰ হ'ব নোৱাৰিলে। কলিকতা পায়েই আমাৰ প্ৰধান কাম হ'ল বন্ধু কেইজনক লগ ধৰা। পথ-নিৰ্দেশকৰ ভাৰ দলপতি হিচাপে মোৰ মূৰতেই পৰিল। কলিকতাত যাকে-তাকে একো

সুধিবও নোৱাৰি। কত ঠগ, দগাবাজ ঘুৰি ফুৰে! সিহঁতে নতুন মানুহ বুলি গম পালেতো সুদাই নেৰে। খচ্‌কৰে বুদ্ধি এটা খেলালে। ফুটপাথৰপৰা "গাইড" এখন কিনি পেলালোঁ। তাৰ পিচত মোৰ নেতৃত্বৰ অভিযান চলিল। গৈ গৈ বাটেই শেষ নহয়। ঘৰৰ ঠিকনা হাতৰ ঘাম লাগি নাইকিয়া হওঁ হওঁ অৱস্থা। চকুৰ আগেদিয়ে কত ট্ৰাম-বাছ পাৰ হ'ল। উঠিবলৈ উপায় নাই। আপাৰ চাৰকুলাৰ ৰ'দৰ চাবিআলি এটাত বৈ মেপ চাই থাকোঁতেই আদহীয়া বঙালী ভদ্ৰলোক এজন পালেহি। নতুনকৈ অহা লোক বুলি তেওঁ কলৈ যাম কি কথা ভু-ভা লবলৈ ধৰিলে। লগৰ দুজনে দলপতিৰ পোন্দোৱা চকুলৈ ভ্ৰূক্ষেপ নকৰি সকলোখিনি কৈ পেলালে। বন্ধু কেইজনৰ ঘৰ হেনো নিচেই ওচৰতে! তেওঁ হেনো সিহঁতৰ ওচৰতে থাকে। আমাক লগত লৈয়েই যায়! উঃ এতিয়াহে মৰিলোঁ। আচল ঠগে পালে। সিহঁতেতো পিচ ল'ব খুজিছিলেই। মইহে গহীনাই চিনি পোৱাৰ ভাও জুৰি আন এচুকলৈ মাতি নি বৰ ভেকাহি মাৰিলোঁ। হাজাৰ হলেও ঠগৰ ৰাজ্য। কোনে ক'লৈ মাতি নি কি কৰে কোনে জানে? বেলি পৰি অহা দেখি লৰালৰিকৈ টেক্সী এখন মাতিলোঁ। কলিকতাৰ নম্বৰ-চম্বৰ গহীনাই ক'লে বোলে পুৰণি মানুহ বুলি ভাবে। কেবাপাকো ঘুৰিলোঁ। নেপাওঁহে নেপাওঁ। বহুতো ঘুৰি ঘুৰি যেনিবা সুধি-পুচি সাতমান বজাত ঘৰ উলিয়ালোগৈ। টেক্সীৰ ভাৰাও এসোপামান ভৰিবলগীয়া হলোঁ। পিচদিনা পুৱাহে আচল কথাটো গম পাইছিলোঁ। আমি টেক্সী লোৱা ঠাইখিনিৰপৰা সিহঁতৰ ঘৰ দুই ফার্লঙৰ বেছি নহয়। ভদ্ৰলোকজনৰ সহানুভূতিক অযথা সন্দেহৰ চকুৰে চাই সময়ো নষ্ট কৰিলোঁ টকাও ভৰিলোঁ।

সকলোৰে মাত্ৰা বেছি হোৱা বেয়া। বেছি হুচিয়াৰ হোৱাও বেয়া; বেছি সন্দেহবাদী হোৱাও বেয়া। ট্ৰেইনত এবাৰ এজন যাত্ৰী পাইছিলোঁ। তিনিদিন তিনিৰাতি যাত্ৰাৰ ফলত তেওঁ বিশেষ কাৰণত দুৰাৰ কেইমিনিটমানৰ কাৰণে আঁতৰ হৈছিল। আঁতৰ

হলে কিজানিবা কটা হ'ন্ডঅলটো নাইবা কাঁপৰে খোৱা ট্ৰাঙ্কটো কোনোবাই উঠাই নিয়ে! এবাৰ বেয়া লাগি কলোঁ—আমি বস্তু-বাহানি চাম, আপুনি ভাত খাই আহকগৈ। তেওঁৰ সন্দেহ বাঢ়িলহে। কিজানিবা ভাত খাই থাকোঁতে আমি লাম-লাকটু লৈ পলাই পত্ৰং দিওঁ। বাতিও নোশোৱে বহুদিনৰ মূৰত প্ৰিয়জনৰ মুখ চোৱাদি একেথৰে কাপৰে খোৱা ট্ৰাঙ্কটোলৈ চাই থাকে। প্ৰশিক্ষণ শিবিৰত তেওঁক আকৌ এবাৰ লগ পাইছিলোঁ। আমাৰ লগৰেই সহযোগী শিক্ষাৰ্থী। পিচত খেদ কৰিছিল আগেয়ে চিনি পোৱা হ'লে বাটত ইমান কষ্ট নহ'লহেঁতেন।

সন্দেহৰ প্ৰচণ্ড শক্তি। সন্দেহীৰ কবলত পৰি একোখন সাম্ৰাজ্য ধ্বংস হৈ যোৱাৰ প্ৰমাণ ইতিহাসে দিব। সম্ৰাট ঔৰংজেবৰ জীৱনীয়ে তাৰ সাক্ষী। তেওঁ নিজৰ পুত্ৰ-পৰিজন আমীৰ-ওমৰাহ সকলোকে সন্দেহৰ চকুৰে চাইছিল। যেনিবা কোনোবাই ৰাজভৰাল উদং কৰে! নিজেই সকলোতে চকু দিবলৈ যোৱাৰ ফলস্বৰূপে সকলোতে আউল লাগিছিল। এই সন্দেহে বিপদ কাষ চপাই দিয়ে ক্ষান্ত নেথাকিছিল, লগে লগে মোগল সাম্ৰাজ্যৰ ধ্বংসৰ পথো সুগম কৰি দিছিল।

বিপদ নিৰ্য্যাতনে সন্দেহীজনক পদে পদে সম্ভাষণ জনায়। বিধে বিধে লাঞ্ছনাৰ উপহাৰ নিবেদন কৰে। আতুৰত পৰিলে ভগৱানৰ নাম মনত পৰাৰ দৰে সন্দেহৰ বিপদে জ্বলা-কলা কৰিলে "বিশ্বাসে মিলায় হৰি" বুলি মূৰে-কপালে হাত দিয়াৰ বাহিৰে আন উপায় নাথাকে।

# নাৰী-বন্দনা

ইংৰাজীত কথা এষাৰ আছে যে পুৰুষৰ দোষৰ সীমা-সংখ্যা নাই, তিৰোতা মানুহৰ দোষ সেই তুলনাত তেনেই কম, মাত্র দুটা :

"There is nothing good they say
And nothing right they do."

তেওঁলোকৰ দোষ তেওঁলোকে কোৱা কথা আৰু কৰা কাম দুয়োটাই বেয়া। লৰ্ড চেষ্টাৰ ফিল্ডে কৈছে যে তিৰোতা মানুহক পুৰুষতকৈ তলখাপৰ আৰু শিশুতকৈ এখোপ ওপৰ খাপৰ বুলি বিবেচনা কৰা উচিত। টেনিচনেও এঠাইত কৈছে যে, ভগৱানে নাৰীৰ সৃষ্টি কৰিছে পুৰুষৰ সুবিধা, বিশ্বৰ মঙ্গল আৰু বৃদ্ধিৰ কাৰণে। অসমীয়াতো তিৰী, মিৰি, ভাটৌ, কোৱা এই চাৰিৰ আসৈ নোপোৱা বুলি কৈছে। সংস্কৃতত আছে যে নদী, নখ, আৰু শিং থকা জীৱ, স্ত্রী আৰু ৰাজকুলক বিশ্বাস কৰা উচিত নহয়। চঞ্চলতা নাৰীৰ এটি বিশেষ গুণ। ইংৰাজী প্রবচন এফাঁকিও আছে : চৰাইৰ পাখীতকৈ ধূলি পাতল, বতাহ দুয়োটাতকৈ বেছি পাতল; তিৰোতাৰ মন পাখি, ধূলি আৰু বতাহতকৈও পাতল।

লণ্ডনৰ 'নেচনেল এচোচিয়েচন অৱ মেণ্টেল হেলথ' নামৰ সংস্থাৰ জৰীপে প্রমাণ কৰিছে যে নাৰী আবেগিক দিশৰপৰা সামঞ্জস্য বিহীন। তাৰ উপৰি গভীৰ ব্যক্তিত্ব বিৰোধ আৰু বিভিন্ন প্রকাৰৰ আতঙ্কত তেওঁলোক আতঙ্কিত। *এনে চপল মনৰ গৰাকী ইভে সৃষ্টিৰ আদিতে এই সুখৰ পৃথিৱীলৈ মাতি আনিছিল দুখ-দৈন্য আৰু হতাশা। বহুতো ক্ষয়ঙ্কৰী যুদ্ধ, গৃহ-কন্দল, অশান্তি আৰু মৃত্যুৰ ঘাই কাৰণ নাৰী। বৰ্তমান যুগৰ মেডাম সুৰ কাৰ্য্যকলাপে নাৰী জাতিৰ মুখত কলঙ্কৰ প্রলেপ সানিলে।

ঘৰুৱা জীৱনৰ অশান্তিৰ মূল কোন? পুৰুষ নে স্ত্ৰী? এই বিষয়ে মনোবৈজ্ঞানিকসকলে বহু তৰ্ক-বিতৰ্ক, পৰীক্ষা-নিৰীক্ষা কৰিছে। বিখ্যাত মনোযোগ বিশেষজ্ঞ ডাঃ ডেভিদ, এইচ ফিঙ্কৰ মতে ঘৰুৱা কন্দলৰ মূলত আছে স্ত্ৰীৰ প্ৰৰোচনা। এক প্ৰকাৰৰ নীচাত্মিকা বোধো ইয়াৰ বাবে দায়ী। আনৰ মনোযোগ আকৰ্ষণ কৰিব নোৱাৰা যেন দেখিলেই তেওঁলোকে হুলস্থুল লগাই দিয়ে। অকল মনোযোগ আকৰ্ষণৰ বাবেই তেওঁলোকে কাজিয়া আৰম্ভ কৰি দিব পাৰে। স্বামীৰ দোষ-ত্ৰুটিৰ প্ৰতি তীক্ষ্ণ দৃষ্টি ৰখাটো তেওঁলোকৰ "স্বৰূপ"। বৃটেনত চলোৱা জৰীপৰপৰা জনা গৈছে যে শতকৰা ৭১ গৰাকী স্ত্ৰীয়ে স্বামীৰ দোষ-ত্ৰুটিৰ ছিদ্ৰান্বেষী। পুৰুষতকৈ তেওঁলোক সংকীৰ্ণচেতা আৰু ঘৰুৱা কন্দল মীমাংসা হোৱাৰ বহু পিচলৈকে তেওঁলোকে সেই ভাব মনত পুহি ৰাখে। কলম্বিয়া বিশ্ববিদ্যালয়ৰ অধ্যাপক ডাঃ লৰেন্সে কৈছে যে তিৰোতাৰ খেচখেচাই থকা স্বভাৱৰ কাৰণেই বহুতো পুৰুষে মানসিক অশান্তিত ভুগিবলগীয়া হয়। তেওঁলোকৰ এটা ধাৰণা যে পুৰুষসকল বৰ সুখত থাকে।

আগৰ দিনত এই সমস্যাৰ সমাধান বৰ সহজ আছিল। সকলো অশান্তিৰ ওৰ পেলোৱা হৈছিল "প্ৰহাৰেণ ধনঞ্জয়" মন্ত্ৰেৰে। অৰ্থাৎ —"love well whip well" প্ৰক্ৰিয়াৰে। ইংৰাজীত কথা এফাঁকি আছে যে তিৰোতা, গাধ আৰু আখৰোট গছে যিমান বেছি কিল খায় সিমানে ভাল ফল দিয়ে।

"A woman, an ass and a walnut tree,
Bring the more fruit the more beaten they be".

পিছে সেই দৰবে আজিকালি ভাল গুণ নিদিয়ে। আগতেও যে খুব ভাল গুণ দিছিল তেনে নহয়। তাৰ কাৰণ তেওঁলোকৰ সৰহ ভাগেই একৰীয়া। কিবা এটা কৰোঁ বুলিলে আৰু ৰক্ষা নাই। বৰমূৰীয়া পকৰাই মূৰ ছিগি গলেও কামোৰ নেৰাৰ দৰে তেওঁলোকেও আঁকোৰগোজ মনোভাব এৰিব নোখোজে। চঞ্চলতা আৰু দৃঢ়তা

এই দুটা পৰস্পৰবিৰোধী গুণৰ সহ অৱস্থান তেওঁলোকৰ ক্ষেত্ৰতে সম্ভৱপৰ হৈছে।

নাৰী প্ৰগল্‌ভা—কথাৰ সাগৰ। তেওঁলোকৰ জিভাৰ ভাগৰ নাই। মিছা কথাবোৰ সুন্দৰকৈ সজাই-পৰাই এনেভাৱে কৰ পাৰে যে কোনটো সঁচা, কোনটো মিছা ধৰা টান হৈ পৰে।

প্ৰায় সকলো তিৰোতাৰে বিলাসৰ প্ৰতি এটি স্বাভাৱিক টান আছে। কিন্তু বিলাসিতাই মুখ্য হৈ পৰিলে তেওঁ তিৰোতা হিচাপে থকা কৰ্তব্যৰ কথা পাহৰি যায়। ঘৰ-সংসাৰ কৰি খাব খোজা তিৰোতাৰ কাৰণে মাত্ৰাধিক্য বিলাসিতা শুভ লক্ষণ নহয়। বেন জন্সনৰ ভাষাত:

> "A woman the more curious she is
> about her face, is commonly the
> more careless about her house".

তেওঁলোকক অবলা বোলা হয় যদিও প্ৰতিশোধ লবলগীয়া হ'লে বৰ ভয়ানক হৈ পৰে। সাপে কঁকালৰ কোব নেপাহৰাৰ দৰে হাতী আৰু তিৰোতায়ো প্ৰতিশোধ নবলৈ নেপাহৰে আৰু তেওঁলোকৰ প্ৰতিশোধ সদায় মাৰাত্মক আৰু ক্ষয়ঙ্কৰী। ( "deadly and quick and crushing"—Byron )

তেওঁলোকৰ বৈশিষ্ট্য হ'ল চৰিত্ৰৰ জটিলতা। সংস্কৃতত এষাৰ কথা আছে যে পুৰুষৰ ভাগ্য আৰু স্ত্ৰীৰ চৰিত্ৰৰ কথা মানুহৰ কথাই নকওঁ দেৱতায়ো টলকিব নোৱাৰে। শেক্সপীয়েৰে কৈছে: "Who is 't can need a woman ?" তেওঁলোকৰ প্ৰতি সন্দেহ আৰু বিস্ময়ৰ ভাব এটি পোষণ কৰাৰ কাৰণে হয়তো তেওঁলোকৰ অবোধ্য চৰিত্ৰ।

কাব্য-সাহিত্যত তেওঁলোকৰ যিমানখিনি গুণ বৰ্ণনা হৈছে তাৰ তুলনাত তেওঁলোকৰ দোষৰ ভাগেই বেছি—ইমান বেছি দোষ যে সেইবোৰ বৰ্ণাই শেষ কৰা টান। হয়তো চেমুৱেল জনচনৰ কথাষাৰেই

লটা। তেখেতে কৈছিল যে সাহিত্যিকসকল সবহ তাগেই পুৰুষ হোৱা বাবে তেওঁলোকে নাৰীক পৃথিৱীৰ সকলো দুখ-দৈন্যৰ কাৰণ হিচাপে চিত্ৰিত কৰিছে। যুগৰ পৰিবৰ্তনৰ লগে লগে পৰিস্থিতি সলনি হৈছে, পুৰুষে প্ৰাধান্য বিস্তাৰ কৰা সমাজত নাৰীয়ে নিজক প্ৰতিষ্ঠা কৰি ল'ব পাৰিছে। অকল সেয়েই নহয়, বহু ক্ষেত্ৰত তেওঁলোকে নিজক পুৰুষতকৈ শ্ৰেষ্ঠ আৰু যোগ্য বুলিও প্ৰতিপন্ন কৰিছে, দেশ শাসন কৰিছে, বৈজ্ঞানিক আৱিষ্কাৰেৰে বিশ্বৰ সম্পদ বৃদ্ধিত বৰঙণি যোগাইছে। কোনো ক্ষেত্ৰতেই তেওঁলোক পিচ পৰি থকা নাই।

আগেয়ে নাৰীৰ প্ৰতি কৰা দুৰ্ব্যৱহাৰৰ কথা সুঁৱৰি তেওঁলোকে যি কোনো সময়তে বিদ্ৰোহ ঘোষণা কৰাৰ আগন্তুকে দেখা দিছে। অলপতে কৰাচীত মহিলাৰ বাবে এখন সুকীয়া চহৰ পতাৰ পৰিকল্পনা হাতত লোৱা হৈছে। সেই চহৰৰ মালিকী স্বত্ব কেৱল মহিলাৰ হে থাকিব, ইয়াত মহিলাসকলৰ কাৰণে সুকীয়া স্কুল, মছজিদ, ডাক্তৰ-খানা, শিল্পভৱন আদিৰ সকলো ব্যৱস্থা থাকিব। পুৰুষৰ শাসনত বিৰক্ত হৈ ছালফাৰ বকৰ মহিলাসকলে এটা পাৰ্টি গঠন কৰিছে। তেওঁলোকে মেয়ৰ, ধনভঁৰালী আৰু মিউনিচিপালিটিৰ সদস্যৰ পাঁচখন আসনৰ বাবে পোনপটীয়াভাৱে প্ৰতিদ্বন্দ্বিতা কৰিব। তেওঁলোকে পুৰুষৰ শাসন নেমানে।

লোকসভাত ৰাষ্ট্ৰদূতসকলৰ কাৰ্য্যকলাপ সম্বন্ধে আলোচনা প্ৰসঙ্গত নেহৰুজীয়ে ঘোষণা কৰিছিল যে উপযুক্ত আৰু চতুৰ স্ত্ৰী কূটনীতিবিদ্‌সকলৰ এটি অতি আৱশ্যকীয় গুণ। তেখেতে আৰু কৈছিল যে, আমি ৰাষ্ট্ৰদূত নিযুক্ত কৰাৰ সময়ত প্ৰকৃততে স্বামী আৰু স্ত্ৰী—এই দুয়োজনকে নিযুক্ত কৰোঁ, মহিলা ৰাষ্ট্ৰদূত নিযুক্তিৰ সময়ত তেওঁৰ স্বামীৰ কিবা চিন্তা কৰা হ'বনে বুলি সোধা এটি প্ৰশ্নৰ তেখেতে কোনো উত্তৰ নিদিলে ; ৰাষ্ট্ৰদূতৰ দৰে দায়িত্বপূৰ্ণ পদত স্ত্ৰীৰ বিশিষ্ট ভূমিকাই প্ৰমাণ কৰিছে যে পুৰুষৰ পদোন্নতিত স্ত্ৰীৰ বৰঙনি অপৰিসীম।

ভাৰতৰ উপ-ৰাষ্ট্ৰপতি শ্ৰী ভি. ভি. গিৰিয়ে কেৰালাৰ ৰাজ্যপাল হৈ থাকোঁতে দিয়া ভাষণত আমি বেছিকৈ ভয় খাইছোঁ। "পেটিকোট শাসনৰ" কঠোৰ নীতিৰ কথা—কম বেছি পৰিমাণে সকলোৱে জানে। তাতে তেখেতে মহিলাৰ কাৰ্য্যদক্ষতাৰ প্ৰশংসা কৰি কৈছে যে, তেওঁলোক নিপুণ আৰু সচেতন কৰ্মী। তেওঁ কৈছে যে মহিলাই ৰাষ্ট্ৰদূত, শাসক আৰু মন্ত্ৰীৰূপে বেছি কাৰ্য্যদক্ষতা দেখুৱাব পাৰিব।

আমেৰিকাত জৰীপ কৰি পাইছে-মহিলাসকল মটৰ ড্ৰাইভাৰ হিচাপে পুৰুষতকৈ দক্ষ। পৰীক্ষাৰ ফলাফল, চাকৰিৰ প্ৰতিযোগিতাতো তেওঁলোকৰেই আগভাগ; তেওঁলোকেই যুগৰ পথ-প্ৰদৰ্শক, ৰাষ্ট্ৰৰ দিক্‌দৰ্শক। ৰাস্তা-ঘাট, চিনেমা-থিয়েটাৰ, খেলা-ধূলা, ভাল-বেয়া সকলো কামতেই তেওঁলোকে পুৰুষৰ লগত ফেপেৰি পাতিছে, তেওঁলোকৰ বিষয়ে মাত মাতি জগৰ লগাবৰ ইচ্ছা নাই।

# দিন-পঞ্জী

বাত্তিপুৱা কেইবজাত সাৰ পালোঁ, সাৰ পোৱা সত্বেও মুঠি কেইবজাত প্ৰকৃততে শয্যা ত্যাগ কৰিলোঁ, কেইবজাত চাহ খাই কেইবজাত পঢ়া আৰম্ভ কৰিলোঁ, কোনে কেতিয়া মোৰপৰা কেই টকা ধাৰে ললে, কোনে কেতিয়া মোক ভাল ল'ৰা বুলি প্ৰশংসা কৰিলে, কোনদিনাখন শ্ৰেণীৰ পৰীক্ষাত সৰহ নম্বৰ পালোঁ, বিহু আৰু শঙ্কৰদেৱৰ বিষয়ে ৰচনা লিখি কেতিয়া দ্বিতীয় পুৰস্কাৰ পালোঁ, কোন পৰীক্ষাত খুচখুচাই সোধা সত্বেও মাষ্টৰে টান প্ৰশ্নৰ উত্তৰ ঠোৰতে বুজাই নিদি প্ৰাণত আঘাত দিলে, ভুলতে দিবলৈ পাহৰা ধাৰে অনা পইচা বহুতো মানুহৰ মাজত সাধি কোন বন্ধুৱে বন্ধুত্বৰ অবমাননা কৰিলে—ইত্যাদি বহুতো প্ৰয়োজনীয় তথ্য আৰু তত্বপুষ্ট দিন-পঞ্জী স্কুলীয়া জীৱনৰপৰাই মই অতি যত্নেৰে লিপিবদ্ধ আৰু সংৰক্ষণ কৰিছিলোঁ, বহুতো বিখ্যাত লোকতকৈ কম বয়সতে মই ডায়েৰী লিখা আৰম্ভ কৰিছিলোঁ, আন্দ্ৰে জীদৰ দৰে সৰুৰেপৰা বিখ্যাত হোৱাৰ সঙ্কল্প মোৰ আছিল। আন্দ্ৰে জীদ আৰু ঋষি টলষ্টয়ে ডায়েৰী লিখা আৰম্ভ কৰিছিল প্ৰায় ১৮।১৯ বছৰ বয়সত কিন্তু মই ১৪।১৫ বছৰ বয়সৰপৰাই আৰম্ভ কৰি দিছিলোঁ, আন্দ্ৰে জীদতকৈ এটা বিষয়ত মই শ্ৰেষ্ঠ এই কথা ভাবিয়েই মই আনন্দত আত্মহাৰা হৈ পৰিছিলোঁ আৰু তেখেতৰ তুলনাত আন আন কি বিষয়ত শ্ৰেষ্ঠ এই কথা মিলাই চাবলৈ অতি আগ্ৰহেৰে এবাৰ তেখেতৰ কেইবাটাও দগধা খণ্ডত সম্পূৰ্ণ ডায়েৰী মেলি লৈছিলোঁ। মোৰ প্ৰধান উদ্দেশ্য আছিল বিশেষকৈ বাত্তিপুৱা উঠা, শোৱা, ক্লাছত কিমান নম্বৰ পাইছিল এইবোৰ মিলোৱা। প্ৰথমে কেইটামান পাত আগ্ৰহৰে পঢ়ি মাজতে কেইটামান খবকৈ

আৰু পিচৰ পাতকেইটা একে উশাহে বগৰাই স্বস্তিৰ নিশ্বাস পেলালোঁ, ডায়েৰী বোলা বস্তুটো যে ইমান ভয়ঙ্কৰ হ'ব পাৰে সেই বিষয়ে মোৰ কোনো ধাৰণা নাছিল, সেই বাবেই ইমান সৰুৰেপৰা ডায়েৰী লিখা আৰম্ভ কৰিছিলোঁ। আগেয়ে জনা হ'লে অসমীয়াত ভাষা-সংস্কৃতিক মহীয়ান কৰাৰ মহান দায়িত্ব স্বইচ্ছাই কান্ধ পাতি লৈ বাধৰ নেজেৰে কাণ খজুৱাই নেচালোঁহেঁতেন।

নলগা তামোলত জেং বান্ধি ফুৰাত ইংৰাজ জাতিটো ওস্তাদ। নিজৰ ব্যক্তিগত আৰু গোপনীয় কথা, নথি-পত্ৰ আদি ৰাইজৰ আগত জাহিৰ কৰি দিয়া প্ৰথাটোত দেখা যায় তেওঁলোকেই আগৰণুৱা। কোনে কি কৰিছে, কাৰ কি ভাল লাগে, বেয়া লাগে—কাৰ কি মত-অভিমত—এইচব ব্যক্তিগত কথা লিখি থোৱা টোকাবোৰ প্ৰকাশ কৰি কেতিয়াবা তথ্য উদঘাটন আৰু কেতিয়াবা কেলেঙ্কাৰিবোৰ প্ৰকাশ কৰাত আগভাগ লোৱাটো তেওঁলোকৰ উচিত হোৱা নাই। ভাৰতত এই ৰোগৰ বীজাণু তেওঁলোকেই বিয়পাই দিলে। আজিলৈকে এই ডায়েৰী লিখা সংক্ৰামক ৰোগৰ বীজাণু আমাৰ বহুতো লোকৰ তেজত পিৰপিৰাই আছে। সেই ৰোগত ময়ো আক্ৰান্ত হৈছিলোঁ।

স্বীকাৰ কৰোঁ, কিছুমান কথাৰ টোকা ৰখাটো একান্ত প্ৰয়োজন। ডায়েৰী মেলি ললেই পুৰণি কথাবোৰ সোপাই ওলাই পৰে। ধানটোৱে প্ৰতি কণটো। প্ৰত্যেকৰে ডায়েৰী লিখাৰ উদ্দেশ্যও বেলেগ। ডায়েৰী লিখা প্ৰথা যিয়েই আবিষ্কাৰ নকৰক, যিয়েই প্ৰচাৰ নকৰক কথাটো আপদীয়া হ'লেও প্ৰয়োজনীয় সেই বিষয়ে সকলো একমত। মোৰ দৰে পাহৰা লোকৰ কথাই নকওঁ, ৰৰকৈ মনত থকা লোকেও ডায়েৰী অতি সযতনে লিখে।

এটা কথা বৰ টান। সেইটো হ'ল সঁচা কথা কোৱা বা লিখা আৰু তাতে যদি গোপনীয় হয়। এটা সহজ বুধি দিব পাৰি যে লিখি লুকুৱাই থলেই হ'ল। আচল সমস্যা হ'ল লুকুৱাই থোৱাটো। বৈবাহিক জীৱনৰ আগছোৱা বাৰু লুকুৱাই থলেই, তাৰ পিচত?

তাৰ পিচৰছোৱাই আচল কথা। গিৰিয়েকেই হওক ঘৈণীয়েকেই হওক ডায়েৰী লিখা বুলি গম পালে নিস্তাৰ নাই। পিট-পিট পাত-পাতকৈ হলেও তাক বিচাৰি উলিয়াবই। তাতে ঘৈণীয়েকে যদি কেতিয়াবা কেনেবাকৈ ডায়েৰী খুলি কোনোবা ছোৱালীৰ নাম পায় তেনেহ'লে আৰু ৰক্ষা নাই। ঘৰ গুচি কোদোৰ বাহ হ'ব। বেপাৰী এজনে ডায়েৰী লিখিলে কেই টকা বাকী থাকিল, কেতিয়া কিমান টকা ভুল হিচাবৰ বাবে লোকচান হ'ল ইত্যাদি তথ্য-তত্ত্ব থাকিব। সেইদৰে ডাক্তৰৰ ডায়েৰীত ক'ত কি বেমাৰী চালে, কেতিয়া কি নতুন বেমাৰ হ'ল ( কেইজন ভুল চিকিৎসাত মৰিল সেইখিনি কথা বাদ দি ) কিমান বেমাৰী তেওঁ যমে-মানুহে টনাটনি অৱস্থাতো ভাল কৰিলে এনে কিছুমান বিজ্ঞাপন থাকিব। ঘৰুৱা ডায়েৰী লিখা সহজ বুলি ভাবিলেও সিমান সহজ নহয়। বাধ্য হৈ কিছুমান নিয়ম মানি চলিব লাগে। কোনোবাই চাব—ল'ৰা-ছোৱালীৰ হাতত পৰিব—এনেবোৰ কথা চিন্তা কৰোঁতে বহু কথা বাদ দিবলগীয়া হয়। ডায়েৰী লিখোঁতে আকৌ বহুতে সংকেত-লিপি ব্যৱহাৰ কৰিব লগীয়াত পৰে।

সমালোচকসকল অতি কুদৃষ্টিসম্পন্ন লোক। ক'ত কি বেয়া হ'ল, ক'ত কি ভুল ওলাল—এইবোৰ লৈয়েই তেওঁলোক ব্যস্ত। তেওঁলোকৰ মতে কিন্তু ডায়েৰীৰ কথা বৰ বিচাৰ কৰিহে গ্ৰহণ কৰিব লাগে। কাৰণ বহু সময়ত ডায়েৰী লিখকসকলে বহু কথা লুকুৱাই ৰাখে আৰু কেতিয়াবা ভুলকৈয়ে লিখে। বিশেষকৈ বেয়া কথাবোৰ। কাকনো বুলিবা ককা—আটাইবে ডাড়ি-চুলি পকা। বেয়া কথা বেয়া দিশ এটা বহুতৰে থাকিব পাৰে। আচৰিত একো নহয়। হস্তীৰো পিছলে পায়, কিন্তু সেই বুলিয়েই সেই কথা কটকটীয়া আখৰে লিখি থোৱাটো তাকো বাচ-বিচাৰ নকৰাকৈ সকলোৰে জ্ঞাতাৰ্থে প্ৰকাশ কৰি দিয়াটো বৰ ভাল কথা নহয়। জোলোঙাৰ মেকুৰী ওলাবলৈ সৰহ পৰ নালাগে। আগেয়ে এই বিপদ বৰ বেছি নাছিল। কোনোবাই

নিজৰ কাৰণে কিবা লিখিছিল যদিও গোপনে আছিল। ক'ৰবাত উই-নিগনিয়ে পঢ়িবলৈ চেষ্টা কৰিছিল যদিও তেওঁলোকে কাৰো আগত জাহিৰ কৰি ফুৰা নাছিল। বিপদ হ'ল "সাহিত্যিক মূল্য", "বিস্মৃতিৰ গৰ্ভত লীন হোৱা কাহিনীৰ উদ্ধাৰ" আদিৰ নামত ডায়েৰী প্ৰকাশ কৰাৰ দস্তুৰ প্ৰচলন হোৱাৰ পৰৰ। ডায়েৰী লিখকসকল সাৱধান হ'ল। বিশেষকৈ গোপনীয় কথাবোৰ তেনেই লুকুৱাই পেলালে। ক'ৰবাত লিখিলেও বহন সানি স্বৰূপ ঢাকিলে। টলষ্টয়-গান্ধীজীৰ দৰে স্পষ্ট ভাষাৰে ক'ব পৰা লোক খুব কমেই ওলায়।

যিবিলাকে এই গোপনীয় কথাবোৰ লিখিলে তেওঁলোকৰো বহুতৰে গা উঠি সত্যতকৈও এখোপ চৰিল। মৰিছোঁ যেতিয়া মাৰিও যাওঁ বুলি বন্ধু-বান্ধৱসকলৰো মুখা খোলাত লাগি গ'ল। বহু সময়ত ইংৰাজী ডায়েৰী, কন্‌ফেচন জাৰ্নেল আদি শব্দবোৰ সম-পৰ্য্যায়ৰ হৈ পৰে। কচ'ৰ সত্যভাষণ আন্দ্ৰে, জীদ, চাৰ্লছ, কোলে আদিয়ে বহুতো ব্যক্তিগত আৰু সামাজিক কেলেঙ্কাৰিও প্ৰকাশ কৰি গৈছে। দিন-পঞ্জী ৰখাৰ নামত বহুতে নিজৰ চিন্তা-চৰ্চা প্ৰকাশ কৰি আমাক বিপদত পেলায়। আমীয়েলৰ দিন-পঞ্জীৰ দৰে হ'লেও বিপদ। সেইবোৰ ডায়েৰী পঢ়াতকৈ এক কিলোগ্ৰাম কুইনাইন চেলেকি খাব পাৰি। বহু সময়ত ডায়েৰী লিখাতো বিলাস। তাতে প্ৰকাশ কৰিব পৰা লোক থাকিলেতো কথাই নাই। এবাৰ এখন ডায়েৰী প্ৰকাশৰ কথা কওঁ। পুতেকহঁতে খদমদম লগালে দেউতাকৰ ডায়েৰী প্ৰকাশ কৰিবলৈ। প্ৰকাশ কৰিবই লাগে। পিছে দেউতাকৰ ডায়েৰী পঢ়ি পালে—বহু কথা লিখা থাকিলেও মৰাৰ কথাটো লিখা নাই। পুতেকহঁতে ডায়েৰী সম্পূৰ্ণ কৰিবলৈ তলত মৃত্যুৰ তাৰিখ ভৰাই লিখিলে: "ইমান তাৰিখে মোৰ মৃত্যু হয়। শ্মশানত বহুতো বন্ধু-বান্ধৱ উপস্থিত আছিল।

নিজে ডায়েৰী লিখাৰ সময়ত কথাটো সিমান বুজা নাছিলোঁ আৰু তাৰ যে এটা ভয়ঙ্কৰ দিশ আছে সেইবোৰ বৰ বেছি টং কৰা নাছিলোঁ।

মোৰ ডায়েৰী লিখাটো আছিল এবিষ্টক্রেচী। শুনিছিলোঁ ডাঙৰ মানুহে হেনো লিখে। গতিকে লিখিছিলোঁ। সেই সময়ত ভাব হৈছিল হঠাৎ বিখ্যাত লোক হৈ যাব পাৰোঁ। তেতিয়া সকলোৱে বিচাৰিব মোৰ দিনপঞ্জী প্ৰকাশ কৰিবলৈ। মূৰকত লাগ বুলিলেই ক'ৰপৰা উলিয়াই দিম? তেতিয়া আকৌ আগৰ কথাবোৰ মনত থাকে কি নাথাকে! ভাবি ভাবি লিখাটোও বৰ সমস্যা, ইফালে সকলোৱে মোৰ ডায়েৰী প্ৰকাশৰ কাৰণে জোৰ কৰিবই। গতিকে ভাবিলোঁ টোকা ৰখা বেয়া নহ'ব। বহুতো বিখ্যাত লোকৰ দৰে মোৰো কিছুমান কথা বাদ দিবলগীয়া হৈছিল। ধৰক ক্লাছত এদিন মাষ্টৰে সকলো ল'ৰাতকৈ ওখ আসন দিলে, ৰাতি যাত্রা পাৰ্টি চাবলৈ মনে মনে ওলাই যোৱাটো গম পাই মাই এদিন ফলা খৰিৰে কিবা এটা বুজালে—এইবোৰ কথা বাক লিখোঁ কেনেকৈ? তাতে ডাঙৰ মানুহৰ জীৱনত এনে ঘটনা ঘটাটো ভালো নেদেখি। নেহকৰ বাল্যকালৰ কথা ভাবি লিখিবৰ মন যায় কিন্তু আনেৰা কি ধৰণেৰে লয়? এইবোৰ ভাবি-চিন্তিয়েই বোধকৰোঁ বহুতো বিখ্যাত লোকে এইবোৰ কথা লিখা নাই। মোৰ এই দস্তুৰটোও বহুতো বিখ্যাত লোকৰ লগত মিলে।

নানান অসুবিধা সত্বেও বহুতো সুবিধাৰ বাবে—আৰু বহু উচ্চাকাংক্ষা বুকুত বান্ধি মই মোৰ ইন্টিমেট জাৰ্নেল অতি যত্নৰে সংৰক্ষণ কৰিছিলোঁ। এজন সাহিত্যিক বন্ধুৰ লগত ছপোৱাৰ বিষয়ে আলোচনাও কৰিছিলোঁ। মোৰ ডায়েৰী পঢ়াৰ পিচতে তেওঁ দিয়া মন্তব্যই মোৰ আশাৰ কলপুলি কাটি পচলা কৰি পেলালে। তেওঁ কলে, ডাঙৰ মানুহৰ ডায়েৰী ছপালে হ'ব জ্ঞান-গৰ্ভ গ্ৰন্থ আৰু তোমাৰখন ছপালে হব সময় বান্ধি দিয়া পুৰণি কেলেণ্ডাৰৰ সংকলন এটা। তোমাৰ ডায়েৰীৰপৰা কাৰো একো লাভ নহয়। তাতকৈ ব্ৰহ্মপুত্ৰত পেলাই দিয়া, আন একো নহলেও ভুটুং কৰে শব্দ এটা হ'ব। মই গভীৰ চিন্তা কৰি পাইছোঁ ডায়েৰী লিখা উচিত নহয়।

জীৱনৰ সৰহছোৱা সময় অতি কষ্টেৰে ডায়েৰীত সঁচা কথা লিখি খাল কাটি ঘৰিয়াল ঘৰলৈ আনিবলৈ মই বাজী নহওঁ। তথাপি মোৰ ভাব হয় যদি বিলাসৰ বাবে কোনোবাই ডায়েৰী লিখে মোৰখনকেই, আদৰ্শ কৰি লোৱা উচিত। মোৰ ডায়েৰী পানীত ননমাকৈ মাছ ধৰাৰ উজ্জ্বল আৰ্হি।

# পৰম ধ্ৰুৱ

জীৱনৰ প্ৰতি আমাৰ গভীৰ মোহ। এই মোহ বা মমতাৰ বাবে দুখ-দৈন্য অভাৱ-অনাটনৰ লগত যুঁজি আমি জীয়াই থাকিবলৈ চেষ্টা কৰোঁ। সকলো দেশ, সকলো সমাজতেই এই প্ৰচেষ্টা চকুত পৰিছে। জীৱনৰ প্ৰতি গভীৰ মমতাবোধেই ইয়াৰ কাৰণ। কেনেকৈ জীয়াই থাকিব সেই প্ৰশ্নৰ উত্তৰ দিয়া সহজ নহয়। যি কোনো এখন হাস্পাতাললৈ যাওক—দেখিব জানি নিছিগা মানুহ। কোনো এজন হয়তো থূলন্তৰ পুৰুষ—সামান্য চেষ্টা কৰিলেই তেওঁ দুমোনী নিমখৰ বস্তা হেলাৰঙে কঢ়িয়াই লৈ ফুৰিব পাৰে; কিন্তু তেওঁৰো মন ভাল নহয় —তেখেতে কালি তিনি পোৱা চাউলৰ ভাতকেই খাই শেষ কৰিব নোৱাৰিলে। কোনোৱে হয়তো হস্পিতালতেই জীৱনৰ বছৰ কেইটি কটাই দি হাড়ৰ মাজত জীৱটি কেইবছৰমান ৰাখি থবলৈ চেষ্টা কৰিছে। চুচৰি-বাগৰি কেটেৰা-জেঙেৰা সহি, লাঠি-চৰ খাই কোনোৰকমে জীয়োই থাকিব লাগিব। এয়ে জীয়াই থকাৰ স্পৃহা।

কিন্তু কিছুমানৰ কাৰণে হঠাৎ জীৱন বিস্বাদময় হৈ পৰে। জীৱনৰ প্ৰতি বিৰাগ ওপজে। জীৱনৰ জেউতিয়ে তেওঁলোকৰ মন উদ্ভাসিত কৰি নোতোলে। এই বীতৰাগৰ কাৰণ ব্যক্তিবিশেষে সুকীয়া যদিও জাতীয় চিন্তা-চৰ্চাই বীতস্পৃহ জীৱনত কৰা প্ৰতিক্ৰিয়াৰ এটি সামঞ্জস্য আছে। প্ৰত্যেক জাতিৰে একোটা বৈশিষ্ট্য আছে। সুকীয়া জাতীয় চিন্তা-চৰ্চা ধ্যান-ধাৰণাই এই বৈশিষ্ট্যৰ কাৰণ। জীৱনৰ প্ৰতি বীতৰাগ হৈ পৰা আচৰণৰ মাজতো সেই কাৰণেই মিল দেখা যায়। এই বিষয়ে দুই-এজনে চিন্তা নকৰাকৈ থকা নাই। পৃথিৱীৰ আন জাতিৰ লগতে অসমীয়া তথা ভাৰতীয়সকলৰ বীতস্পৃহ জীৱনৰ প্ৰতিক্ৰিয়া কেনে তাকেই সম্যক ভাৱে আলোচনা কৰিব খুজিছোঁ।

অধ্যাত্মবাদে প্রভাৱ পেলোৱা বাবে সাধাৰণতে জীৱনৰ ওপৰত বীতৰাগ জন্মি এজন ভাৰতীয় সন্ন্যাসী হৈ হিমালয়ৰ ফালে গুচি যাব পাৰে। হিমালয় অঞ্চলত ঠাণ্ডা পালে হয়তো তেওঁ গাত ছাই ভস্ম সানি ভাং খাই গছৰ তলত বাঘ-ছাল পাৰি বহি থাকিব পাৰে। আত্মহত্যা সাধাৰণতে নকৰে। কাৰণ আত্মহত্যা মহাপাপ বুলি সাধাৰণতে গণ্য কৰা হয়। আত্মহত্যা নকৰাৰ অৱশ্যে কাৰণো আছে। আত্মহত্যা কৰাৰ আমাৰ বৰ সুবিধা নাই। গছত ৰচি বান্ধি ওলমি পৰাই চলি অহা প্ৰথা।ৰ চি যোগাৰ কৰি গছৰ ওপৰত বান্ধি ওলমি পৰা কথাটো দেখাত সহজ যেন লাগিলেও বৰ সহজ নহয়। প্ৰথম কথা টান ৰচি বিচাৰিব লাগিব। ৰচি ছিগি আত্মহত্যা কৰা মানুহ মাটিত পৰাটো বৰ লাজৰ কথা। দ্বিতীয় কথা, গছৰ উঠিব লাগিব। আত্মহত্যাকাৰী গছত উঠাত পাৰ্গত নহবও পাৰে। তাতে বৰ কৌশলেৰে বান্ধ এটি দিব লাগিব—যিটো সুলকি নেযায়; কিন্তু ডিঙিত চেপা মাৰি ধৰে। তলত চেয়াৰ বা ভুল এখন দি পিচত গুচাই দিলেই হয়—কিন্তু ঢুকি পোৱাতেই চেয়াৰখন থাকিলে ডিঙিত দুখ পোৱা যেন পালে আকৌ সেই চেয়াৰখনত থিয় হবলৈ মন যাব পাৰে। তাতোকৈ অসুবিধাৰ কথা হ'ল—কথাবোৰ অতি গোপনে ৰাখিব লাগে। ধৰক আপুনি ঘৰৰ মুৰব্বী—আত্মহত্যা কৰিব খুজিছে। আপুনি সিদিনাখন আক চাকৰটোক কব নোৱাৰে—"যাচোন ভাল ৰচি এডাল সেই কঠালজোপাৰ ডালটোত বান্ধি থৈ আহগৈ। চেয়াৰ এখনো তলতে পাতি থবি! মই যাব লাগিছোঁ।" এইবোৰ যা-যোগাৰ কৰি ধৰা পৰিলেও বিপদ। কাললৈকে খ্যাতি থাকে। সমাজত নাক উলিয়াবলৈ টান হৈ পৰে। বয়সত কম হ'লে ডাঙৰ-জনে ঢকাটো চৰটো সোধাবও পাৰে। এইবোৰ জঞ্জাল যিবিলাকে ভাল নেপায় তেওঁলোকে আকৌ বিহ খায়। ৰাতি শুবৰ সময়ত খাই থয়—ৰাতি পুৱালৈ শেষ। কিন্তু ইমান সহজে হয় জানো? তেনে বিহ পোৱা ধেমালিৰ কথা নহয়। কিছুমানে কিবাকিবি গছৰ গুটি

খুন্দি খায়। কিন্তু বাত্তিয়েই বমি, পেটৰ বিষ আৰম্ভ হয়। বহুক্ষেত্ৰত ডাক্তৰে বা বেজে ভাল কৰে। অসমীয়াই সাধাৰণতে কৰবীৰ গুটি খুন্দি খায়। অসমীয়াৰ আন এটি আত্মহত্যাৰ সামগ্ৰী আছিল মিছিমিৰ বৰ বিহ। জিভাত দিলেই লেঠা ছিগে। কিন্তু দিন-কাল বেয়া। আজি-কালি সেই সুখৰ দিন গ'ল। আজিকালি খাটি বিহো পাবলৈ নাই।

গাত কেৰাচিন তেল ঢালি জুই লগাই দিও আত্মহত্যা কৰে। অসমত এই প্ৰথাৰে জীৱন শেষ কৰাৰ সংখ্যা কম। বঙ্গদেশতেই বোধকৰোঁ এই প্ৰথা জনপ্ৰিয়। আন এটি প্ৰথা হ'ল দ পানীত জাঁপ দিয়া। ভাৰতত নদীৰ সংখ্যা সৰহ। সেইবাবে অন্ততঃ নদীৰ ওচৰৰ মানুহে পানীত পৰি আত্মাহুতি দিব নোৱাৰে। সাঁতুৰিব জনাটোও এটা বিপদ। বহুত শিল বান্ধি লৈ পানীত জঁপিয়াই পৰে। পানী তৰাং হ'লে এই কৌশল কাৰ্য্যকৰী নহয়। অসমত ব্ৰহ্মপুত্ৰৰ দলংখন হোৱাত আত্মহত্যা কৰাৰ সুবিধা হ'ব বুলি আশা কৰা হৈছিল যদিও দলংখনত পুলিচ-পহৰা থকাৰ বাবে সেই আশাও ফলৱতী নহ'ল।

জীৱনৰ প্ৰতি বিৰাগ জন্মিলে হয় জীৱনপাত, নহয় সংসাৰৰপৰা আঁতৰি ভগৱান চিন্তাৰ মাজেৰে আত্ম বিস্তৃতি—এয়ে ভাৰতীয় প্ৰতিক্ৰিয়া।

ফৰাচীসকলে সাধাৰণতে বেছিকৈ মদ খাবলৈ লয়। মদ, মদ কেৱল মদ। খোৱা, শোৱা সকলো বাদ দি কেৱল মদ খাই খাই তেওঁলোকে জীৱন নিঃশেষ কৰি দিয়ে। ডেনসকলে এটা অনিৰ্দিষ্ট কাললৈ এনে এটা জীৱন ৰাখি নথয়। মোহ নাইকিয়া জীৱন তেওঁ-লোকে নিমিষতে শেষ কৰে। তেওঁলোকে পিস্তলৰ গুলীৰে আত্মহত্যা কৰে।

আমেৰিকানসকলৰ প্ৰতিক্ৰিয়া অলপ বেলেগ। কোনো এজন হতাশ মাৰ্কিন লোকে নিজকেই শেষ নকৰি আন কাৰোবাকহে

ভুগীয়াই মাৰি পেলায়। শেষত হয়তো তেওঁ মৃত লোকজনৰ পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্বও লব পাৰে।

ইংৰাজসকল হিচাপী জাতি। মাত্ৰাধিক্য তেওঁলোকৰ নাই। হতাশ ইংৰাজ এজন আৰু গহীন হৈ পৰে। খোৱা শোৱাৰ ঠিক নেথাকে। শেষত আলচাৰত ভুগি প্ৰাণ ত্যাগ কৰে। জাপানীসকল কিন্তু এনেকৈ তিল্‌তিলকৈ জীৱন পাতৰ বিৰোধী। জীৱনৰ প্ৰতি বিতৃষ্ণা জন্মিলে তেওঁলোকে ততালিকে "হাৰাকিৰি" কৰি প্ৰাণ নাশ কৰে।

জাৰ্মানসকলৰ প্ৰতিক্ৰিয়া স্বকীয়া। আত্মবিনাশৰ পথ তেওঁলোকৰ অলপ বেলেগ। তেওঁলোকে হয়তো টেঙ্ক ডিভিজন এটা গঢ়ি তোলে। টেঙ্ক ডিভিজন গঢ়ি লৈয়েই তেওঁ আক্ৰমণ আৰম্ভ কৰে। জীৱন-পাত কৰাৰ ইয়ো এটা নতুন কৌশল।

আইৰিচসকল "চেঞ্চেটিভ"। হতাশ জীৱনৰ দুৰ্বহ বোজাৰ কথা ভাবিলেই তেওঁলোকৰ স্নায়ৱিক উত্তেজনা বৃদ্ধি পায়। ক্ৰোধ, ঘৃণাৰ এক অবৰ্ণনীয় উত্তেজনাতেই তেওঁ মৃত্যুৰ মুখত পৰে।

এই প্ৰতিক্ৰিয়াৰ ক্ষেত্ৰতো সময়ৰ হাত বুলনি লাগিছে। অভিজ্ঞতাই তাত ৰৰঙণি যোগাইছে। সেয়ে কেতিয়াবা হয়তো কলিতা চুবুৰীত পিস্তলৰে আত্মহত্যা কৰা, কোনো আমেৰিকানে ভাৰতীয় গুহাত তপস্যা কৰা, লেফটেনেণ্ট কামাণ্ডাৰে গাত কেৰাচিন তেল ঢালি জুই লগাই দিয়া, সংস্কৃত তোলৰ পণ্ডিতে মদ খাই খাই জীৱন বিনাশ কৰা, এনে বাতৰি শুনিলেও আচৰিত হ'বলগীয়া একো নাই।

বৰ্তমান বীতৰাগ জীৱনৰ তলৰ প্ৰতিক্ৰিয়াটি লক্ষ্য কৰিবলগীয়া। কোনো প্ৰতিভাশালী ৰাজনীতিজ্ঞ যদি ক্ষমতাৰপৰা স্খলিত নাইবা অদূৰ ভবিষ্যতে ক্ষমতাহীন হোৱাৰ আশঙ্কা থাকে—তেনেহ'লে তেওঁ সাধাৰণতে ভূদান আন্দোলনত যোগদি পদযাত্ৰা কৰি সময় কটাই দিয়ে।

ডাঙৰ বা সৰু যি কোনো অফিচাৰ যদি হঠাৎ হতাশ হৈ পৰে

তেনেহলে তেওঁ "আৰ্নড ( Earned ) লিভ"ৰ বাবে দৰখাস্ত কৰে। দৰখাস্তত কি কাৰণ দিব ভাবি নেপাই শেষত সাধাৰণতে স্বাস্থ্যৰ কাৰণত ছুটী লয়।

কলেজীয়া ল'ৰাৰ জীৱনৰ প্ৰতি হঠাৎ বিতৃষ্ণা হলে ডাড়ি-গোঁফ খুৰায়। টেষ্ট আদি আগত থাকিলে পৰীক্ষা নিদিয়াকৈ ঘৰলৈ গুচি যায় নাইবা পৰীক্ষাৰ আগে আগে পঢ়া-শুনা বাদ দি চিনেমা চায়। বি. এ বা এম. এ ক্লাছৰ ছাত্ৰ হ'লে ফৰাচী ইম্প্ৰেচনিষ্ট শিল্পীসকলৰ জীৱনৰ লগত পৰিচয় থাকে তেনেহ'লে দুই-এদিন মদো খায়। ( কিন্তু বিলাতী মদৰ দাম বেছি কাৰণে মদ খাই জীৱন পাত কৰাৰ কথা তেওঁলোকে নেভাবে। দেশী মদৰ গোন্ধ বেয়া আৰু অপকাৰী বাবে নেখায় ) আজিকালিৰ ছাত্ৰ হ'লে সাধাৰণতে ষ্ট্ৰাইক্ আৰু প্ৰচেচন আদি কৰি সময় কটায়। ৰান্ধনি হতাশ হ'লে গম পাবই। আজি বোলে নিমখ বেছি, কাইলৈ হয়তো ডেই যাব, পৰহি কিবা এটা আধাসিজা হ'ব। গৰম তেলৰ চাৰিওফালে তেল চিটিকি যোৱাকৈ—বহু ওপৰৰপৰা তৰকাৰী দিয়া, পিয়াজ দিওঁতে তেলত আঙুলি জুবুৰিয়াই দিয়া—এনেবোৰ লক্ষণ দেখিলেই বুজিব ৰান্ধনিৰ জীৱনত কিবা এটা বিস্বাদভাৱে আগুৰি ধৰিছে। ৰান্ধনি মানে ঘৰৰ ঘৈণী, খানচামা নাইবা ভাত ৰন্ধা কামত লগোৱা অফিচৰ পিয়নটিও হ'ব পাৰে।

# প্লেগ

"Physician, heal thyself"—New Testament.

গুৱাহাটীত প্লেগৰ বিজয় ডঙ্কাৰ কঁপনি মাৰ নৌ যাওঁতেই শ্বিলঙত আকৌ প্লেগৰ শঙ্কাই আতঙ্কৰ সৃষ্টি কৰিছিল। অসমত ইয়াৰ আগতে প্লেগ নিশ্চয় হোৱা নাছিল। আৰু হৈছিল যদিও মামুহ জাতীয় কিবা ৰোগ বুলিয়েই ডাক্তৰসকলে চিনাক্ত কৰিছিল। ইয়াৰ আগতে প্লেগ হোৱা হ'লে নিশ্চয় শৰ্মা ছাৰে "স্বাস্থ্য সমাচাৰ আৰু বস্তুপাঠৰ" ক্লাছত ক'লেহেঁতেন। মোৰো প্লেগ সমন্ধে বিশেষ জ্ঞান নাই, কাৰণ পৰীক্ষাত কোনোবাৰেই প্লেগৰ প্ৰশ্ন কটা নাছিল। তথাপি প্লেগৰ কথা মোৰ মনত আছে এদিন ইংৰাজীত লিখা Plague শব্দটি 'প্লেগুই' বুলি উচ্চাৰণ কৰি লাজ পোৱা বাবে।

গুৱাহাটীৰ প্লেগ পৰ্বৰ ইতিহাস কওঁ। গুৱাহাটীৰ ডাক্তৰ এজনে বিহাৰৰপৰা অহা ৰোগী এজনক ডাক্তৰী কিটিপেৰে কিবা কাট্‌কুট কৰি থাকোঁতে হঠাৎ চক্‌খাই উঠে আৰু আৰ্কিমিডিছে নতুন তথ্যৰ সন্ধান পাই বাথৰুমৰপৰা "ইউৰেকা" "ইউৰেকা" বুলি চিঞৰি ওলাই অহাৰ দৰে হেনো "প্লেগ" "প্লেগ" বুলি বাহিৰলৈ দৌৰ দিয়ে। প্লেগৰ সন্দেহজনক বাতৰিটি কাকতত ছপোৱাৰ পিচৰপৰা কিবা অদ্ভুত আতঙ্ক, ভয়, সন্দেহ, আৰু বিস্ময়ৰ ভাবে গুৱাহাটী তথা অসমবাসীক অস্থিৰ কৰি তুলিলে। কিছুমানে এই চলতে তেওঁলোকৰ প্লেগ সম্বন্ধে থকা গভীৰ জ্ঞানৰ পৰিচয় দিবৰ সুবিধা পালে। এনে এটা সুযোগ এৰাটো বুদ্ধিমানৰ কাম নহব বুলি জানি ময়ো লৰা-লৰিকৈ স্বাস্থ্য-সমাচাৰ এখন কিনি আনি ঠাণ্ডা মেজাজৰ দুই-এজনক প্লেগ সম্বন্ধে মোৰ অভিমত ব্যক্ত কৰি ডাক্তৰী বিদ্যাত মোৰ অধিকাৰ সম্বন্ধে এটা আভাস দিবৰ চেষ্টা কৰিলোঁ।

আমাৰ বাইজে প্ৰথম অৱস্থাত সিমান ভয় খোৱা নাছিল। কাৰণ বাতৰিটি প্ৰথমতে চৰকাৰীভাৱে সমৰ্থিত হোৱা নাছিল। চৰকাৰে সমৰ্থন নকৰাকৈ কোনো বেমাৰ বিয়পিব নোৱাৰে—মোৰ দৰে এনে ধাৰণা হয়তো বহুতৰেই আছে। বীৰত্ব দেখুৱাই আমি কেবাদিনো প্লেগ হোৱা এলেকাত টিঘিল-ঘিলাই আছিলোঁগৈ। চৰকাৰে ভয় নাখাবলৈ ৰাতিপুৱা বাতৰি-কাকতত জাননী দিয়াৰ দিনাখনেই আবেলি আক্ৰান্ত ৰোগী কেইজন প্লেগৰোগী বুলি ঘোষিত হোৱাৰ লগে লগেই নগৰত হৈ-হৈ চৈ-চৈ। "যঃ পলায়তি সঃ জীৱতি" এই মন্ত্ৰকেই সাৰোগত কৰি সিদিনাই পমুৱা বাসিন্দা বহুতেই তালি-টোপোলা বান্ধি ঘৰ বুলি টিকট কাটিলে।

প্লেগ যে মহামাৰী ব্যাধি এই কথা বহুতেই জানে। লক্ষণ সম্বন্ধে অৱশ্যে বহুতৰেই:ধাৰণা নাই। এজন নতুন ডাক্তৰে লাজ-কাজ এৰি কৈয়েই পেলালে—প্লেগৰ বিষয়ে তেওঁক হেনো ভালকৈ শিকোৱাই নাছিল প্ৰয়োজন নহয় বুলি। কিন্তু এতিয়ালৈ গুৱাহাটীয়া ৰাইজে যিখিনি তথ্যপাতি দাঙি ধৰিছে সেইবোৰে প্লেগ সম্বন্ধে বহুতো নতুন তথ্য যোগান ধৰিব। প্লেগ সম্বন্ধীয় গৱেষণাত অসমবাসীৰ দান বিশ্বই এদিন স্বীকাৰ কৰিবই লাগিব।

এটি তথ্যৰপৰা জনা গৈছে প্লেগৰোগ চিনাৰ সহজ উপায় প্লেগ-ৰোগীৰ শ'টো। প্লেগৰোগীৰ শ দাহন কৰিলে হেনো নাকে-মুখে নিগনি ওলায়। কেতিয়াবা. কোনো মৰা শ পুৰিলে যদি নাকে-মুখে নিগনি ওলায়, তেতিয়াই বুজিব লাগিব সেই শ প্লেগৰোগীৰ। এই তথ্যৰ সত্যতা প্ৰতিপন্ন কৰিবলৈ তেওঁলোকে 'কংক্ৰিট একজাম্পোলো' আগবঢ়ায়। ব্ৰহ্মপুত্ৰৰ বালিত প্লেগৰোগীৰ কেইটিমান মৰা শ হেনো বস্তাত ভৰাই পুতি থৈছিল। সেই শ উলিয়াই আনি পোৰোঁতে হেনো কেইবাটাও নিগনি ওলাই দৌৰ মাৰিছিল। কিছুমানে এনে তথ্য বিশ্বাস নকৰে। তেওঁলোকে কয়, কৰঙনৰ বিষ আৰু জ্বৰ হ'লেই প্লেগৰোগী চিনিব পাৰি। কিছুমানে কয়—ডিঙি উখহাটোহে ইয়াৰ

প্ৰকৃত প্ৰমাণ। এনে লক্ষণৰ ওপৰত ভিত্তি কৰি ৰোগ চিনাক্ত কৰাৰ ফলত ৰোগীৰ সংখ্যা ইমান বাঢ়িল যে চহৰবাসী আতঙ্কত পেপুৱা লাগিল।

গুৱাহাটীৰ ডাক্তৰ এজন এই ৰোগত আক্ৰান্ত হোৱাৰ বাতৰি এটি ওলাইছিল। তেওঁ হেনো তেওঁৰ সৰু ল'ৰাটি ওচৰত লৈ মৰা নিগনি এটা পৰীক্ষা কৰি আছিল। হঠাৎ মৰা নিগনিৰ বীজাণুৱে দুয়োকো আক্ৰমণ কৰি লগে লগেই 'শেষ' কৰে। আন এটি কেছৰ ৰিপৰ্ট হ'ল--বিহাবাৰীৰ কোনোবা এজনৰ হঠাৎ ৰাতি ডিঙি উখহে। ঘৰৰ পৰিয়ালে শঙ্কিত হৈ ৰাতি ডাক্তৰ বিচাৰি হুলস্থুল লগায়। পিচদিনা ডাক্তৰে কুইনাইন ইনজেক্চন দিয়াতহে এই প্লেগৰোগীজনৰ অৱস্থা ভাললৈ আহে।

আন এটি বাতৰিয়ে আমাক মৰ্মাহত কৰিছিল। গুৱাহাটীৰ গণ্যমান্য লোক এজনৰ ঘৰত প্লেগ হৈ পাঁচজন লগে লগে 'খতম'। ঘটনা ৰজনজনাই গ'ল। বহুতে খেদ কৰিলে, কোনো কোনো অভিজ্ঞ লোকে এবাৰ জহনীত কেনেকৈ এটা পৰিয়াল নিঃচিহ্ন হৈ গৈছিল তাৰ বৰ্ণনা দিলে। কোনো আকৌ 'খতম' হোৱা কেইজন কোন হ'ব পাৰে এই বিষয়ৰ 'স্পেকুলেচনত' ব্যস্ত হ'ল। কিন্তু আচল কথাটো পিচতহে ওলাল। আচলতে পাঁচজন নহয় পাঁচটাহে 'খতম' হৈছিল আৰু তেওঁলোক মানুহ নহয়, নিগনিহে।

নগৰৰ বাটে-ঘাটে প্লেগৰ আলোচনা। চাহৰ আড্ডাত প্লেগ, বন্ধু-বান্ধৱলৈ দিয়া চিঠিত প্লেগ, চিটিবাছত প্লেগ, আলাপ, প্ৰলাপ, বিলাপ সকলো প্লেগময়। ঘৰৰপৰা দিয়া চিঠিত মায়ে প্লেগৰ বিষয়ে উপদেশ দি বহুতো লিখিছে। (মাই যেনিবা প্লেগৰ প্ৰশিক্ষণ লৈহে আহিছে)। ক্লাছত এক মিনিট অপব্যয় নকৰা অধ্যাপকজনেও প্লেগৰ আলোচনাৰ কাৰণে কেইমিনিটমান আচুতীয়াকৈ ৰাখে। বাতৰি-কাকতৰ আলোচনা—সম্পাদকীয় প্লেগৰ বীজাণুৰে ভৰা। ন-কৈ চিনাকি হ'লে সাধাৰণতে "আপুনি ক'ত থাকে—কি কৰে"

—এনে ধৰণৰ কথাৰে আলাপ-আলোচনাৰ পাতনি মেলা হয়। সেই কেইদিনৰ আলাপৰ সূত্ৰ প্লেগ। "আপুনি কঁচা বজাৰত থাকে নেকি? ইনজেক্‌চন লৈছে নে? সাৱধান হোৱা উচিত। এবাৰ বোম্বেত প্লেগ হৈ....।" এইবোৰেই আলাপৰ বিষয়, বন্ধুত্বৰ সূত্ৰপাত।

বন্ধ্যাৰ মৃত সন্তান হ'লেও শঙ্কাজনিত আনন্দৰ কাৰণ থাকে। অসমত কোনো দিনেই প্লেগ হোৱা নাই। গাই নোহোৱা কথা, চালনি লৈ ছুৰলৈ গ'লেও কোনোৱে একো বুলিব নোৱাৰে। 'লাহে লাহে'ৰ দেশ অসমত এই ৰোগো বৰ লাহে লাহে হ'ল। এই কাৰণতেই কিছুমানে কয় অসমত আচল বিধ হোৱা নাই, নিউমনিক আৰু ছেপ্টিচেমিক প্লেগহে সাংঘাতিক। আমাৰ ইয়াত কিবা ভেজাল প্লেগহে হৈছে। ৰাইজেও হিচাপ কৰি ছুবিধ ৰোগ পাইছে। এবিধ অসমত হোৱা।' এইবিধ মহামাৰী নহয় কিন্তু ৰোগতকৈ গুজৱ বেছি মহামাৰী হয়। থলুৱা লোকক ই একো অপকাৰ নকৰে। কিন্তু বাহিৰা মানুহক সুবিধাত পালে ঘাইল কৰে। (আক্ৰান্ত লোক কেইজন অসমৰ বাহিৰৰ হোৱাত এই তথ্যই তত্ত্বৰূপ পাইছে)। আন-বিধ হৈছে অসমৰ বাহিৰত হোৱা। এইবিধত গুজৱ কম ওলায়, মানুহ মৰে বেছি।

এই ৰোগ কিয় হয় এই বিষয়েও গবেষণা চলিছে। নিগনিৰ পৰা এই ৰোগ হয়। কঁচা বজাৰৰ গুদামবোৰত চাউল-আটা খাবলৈ পাই নিগনিৰ সংখ্যা বঢ়াই ইয়াৰ কাৰণ। কোনো কোনোৱে এই যুক্তি খণ্ডন কৰি কয় চিটিবিলাকত হোনো এই ৰোগ হ'বই লাগে। নহ'লে চিটিৰ মৰ্য্যাদা নাথাকে। আমাৰ গুৱাহাটীও চিটি হ'ব কাৰণেই গুৱাহাটীত প্লেগ হৈছে। গুৱাহাটী যে ইতিমধ্যে চিটি হ'ল প্লেগেই তাৰ প্ৰমাণ।

প্ৰতিষেধক ব্যৱস্থা সম্পৰ্কেও নানান উপদেশৰ জাউৰি উঠিছে। কিছুমানে কৈছে অকল নিগনি মাৰিলেই প্লেগ ছুৰ নহয়। লগে লগে মেকুৰীও মৰা প্ৰয়োজন। প্লেগ হোৱা নিগনি খাই মেকুৰীয়েও এই

ৰোগ বিয়পোৱাৰ সম্ভাৱনা আছে। কোনোৱে ভাবিছে সেমেকা বতৰ হ'লেই যদি প্লেগ কমে, কৃত্রিম বৰষুণ দিয়ালেই দেখোন লেঠা মৰে! লণ্ডনত হেনো এবাৰ এই কিটিপেৰে প্লেগক ঠাণ্ডা 'বনাই' দিছিল!

এই ৰোগৰ বীজাণুৱে হেনো দেৰ ফুটৰ ওপৰলৈ জপিয়াব নোৱাৰে। গতিকে প্রায় দুই-তিনি ফুট ওপৰেদি যোৱাৰ ব্যৱস্থা কৰিলে কোনো ভয়েই নাই। তালকৈ গামবুট পিন্ধি আপুনি প্লেগৰ বীজাণু কেনেকি ফুৰিব পাৰে। দেৰ ফুটৰ তলত চুচৰি যাব পাৰিলেও প্লেগৰ বীজাণু দেৰ ফুট জপিয়াই আপোনাৰ গাৰ ওপৰেদি পাৰ হৈ মাটিত পৰি মৰি থাকিব। কোনোৱে কয় দেৰ ফুট এক ফুটৰ কোনো কথা নাই—ভৰিৰ তল ডোখৰহে প্লেগৰ বীজাণুৰ লক্ষ্য।

এই ৰোগৰপৰা ৰক্ষা পোৱাৰ সহজ উপায় বিনা খৰচত প্লেগৰ বেজী লোৱা। কিন্তু বেজী লোৱাটোও সহজ কথা নহয়। শুনিলোঁ এই বেজী হেনো পেটত দিয়ে। দীঘল বেজী এটাৰে ডেগাৰ মৰাৰ দৰে পেটত খোচ মাৰি এই বেজী দিব লাগে। বেজী দিয়াৰ লগে লগে এশ পাঁচ-ছয় ডিগ্রী জ্বৰ উঠে। এই জ্বৰ পুৰা এসপ্তাহ থাকে। ইয়ো এক সমস্যা। এনে বিয়াগোম বেজীৰ খোচ খোৱাতকৈ দেখোন প্লেগত মৰাই ভাল! কিছুমানে সাহ দি কয় এইবোৰ মিছা কথা। প্লেগৰ বেজী দিয়ে ডিঙিত, কাৰণ এই ৰোগত ডিঙি উখহে, এই বেজী দিবলৈ দুজন ডাক্তৰ লাগে। এজনে কিবা এটা যন্ত্ৰেৰে শিক্ষকে দুষ্ট ল'ৰাৰ কাণ টনাৰ দৰে ডিঙিৰ ছাল এছটা টানি ধৰে, আনজনে সেই ছালতে বেজীৰে খোচ মাৰে। জ্বৰ বেছি দিন নাথাকে কিন্তু বেজী দিয়াৰ লগে লগে এশ পাঁচ-ছয়লৈ উঠা কথাষাৰ সঁচা। বেজী যে ডাঙৰ আকাৰৰ হ'ব আন এটি কাৰণৰপৰাও অনুমান কৰা হৈছিল। ঔষধ হেনো প্ৰত্যেকজন লোককেই দুই চিচিকৈ দিয়ে। ঔষধৰ পৰিমাণ দুবটল হ'লে সেই বেজী কেতিয়াও সৰু হ'ব নোৱাৰে।

পিছে কথাটো জনা গ'ল যে চি-চি হেনো কিবা ডাক্তৰী চি-চি হে (C. C. ) আমাৰ তেল ভৰোৱা চি চি নহয়।

গুৱাহাটীৰপৰা পলায়ন কৰোঁতাসকলৰ প্ৰায়ভাগেই প্লেগতকৈ প্ৰতিষেধক বেজীৰ ভয়তহে পলাইছে বুলি বহুতে সন্দেহ কৰে। দেৱৰো বাঞ্ছিত মনিচৰ জনম। বহুতো সাধনাৰ মূৰতহে নৰতনু পায়। এনে জনম সৰগৰ মুকুতা চোতালৰ দুবৰি বনত হেৰুৱাৰ দৰে প্লেগৰ হাতত এৰি দিব পাৰিনে? গুৱাহাটীৰে ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, লৰা-লুৰী সকলোৱে ডাক্তৰখানাৰ "কিউ" শোভন কৰিলে। ময়ো লাচিতৰ দেশৰ বীৰ। মৰসাহ কৰি ডাক্তৰখানা ওলাইছিলোঁগৈ। একাদশত বৃহস্পতি আছিল, বেজী দিলে হাতত। জ্বৰ নুঠিল। ব্ৰহ্ম কৃপাহি কেৱলম্।

মোৰ ভনী এজনী গুৱাহাটীলৈ পঢ়িবলৈ আহিছে, ঘৰলৈ হেনো বৰকৈ মনত পৰি থাকে। প্লেগৰ খবৰ শুনি তাই মোলৈ জৰুৰী চিঠি দিছে—"সোনকালে ঘৰলৈ যোৱাই ভাল, তোৰ কাৰণে মায়ে চিন্তা কৰি থাকিব।" তাই আকৌ মোৰ লগতে তাইক নিয়াৰ কথা লিখাই নাই। যেনিবা মই অকলেহে ঘৰলৈ যাব লাগে, পৰীক্ষা দিওঁ-নিদিওঁকৈ থকা বহুতকেই প্লেগে পৰম উপকাৰ কৰিলে। প্লেগৰ চেলু লৈয়েই ঘৰ ওলালগৈ। পৰীক্ষাতকৈ প্ৰাণৰ মূল্য বহুতো বেছি।

দোকানী এজন আহিছিল বাকী পইচা সাধিবলৈ। প্লেগৰ কেইদিন মনটো দৰ্শনৰ তত্ত্বৰে ভৰি-পৰিছিল। তাক বুজাই কলোঁ— "চা কচুৰ পাতৰ পানীৰ দৰে মানৱী জীৱন—প্লেগ হৈ কেতিয়া 'নৰতনু বিফলেহি যায়'—ঠিক নাই। এই ঘোৰ প্ৰলয়কালত আহিছ বাকী সাধিবলৈ? পাৰিলে লংপেণ্ট, জোতা-মোজা পিন্ধি থাকিবি। বেছি ঘুৰা-ঘুৰি নকৰিবি। ভয় নাই—ইনজেকচন লবি। যা-এতিয়া। এক ভগৱান সহায়।" তাক এনেভাৱে কথাবোৰ ক'লো যেন সি মোৰ ওচৰলৈ প্লেগ নিবাৰণৰ উপায় বিচাৰিহে আহিছিল। সিয়ো এজন সহৃদয় উপদেষ্টা পাই পুনৰ পইচাৰ কথা নুলিয়ালে।

# সমাজ-সেৱক

কিছুমান শব্দ ব্যৱহাৰ কৰাৰ লগে লগে কিছুমান টুকুৰা ছবি মোৰ মনৰ চকুত ভাহি উঠে। যেনে—পূজাৰী বুলি ক'লে এডাল টিকনি; ক'লাই হওক বা বগাই হওক—চাহাব বুলিলে এটা হেট, এটা লং পেণ্ট; অধ্যাপক বুলিলে এখন ধুতি, এটা দীঘল পাঞ্জাবী আৰু এখন চাদৰ, মাষ্টৰ বুলিলে বেট, মহিলা বুলিলে ভেনিটী বেগ, ডাক্তৰ বুলিলে বেজী, কবিৰাজ বুলিলে কিস্তি, লাভখোৰ ব্যৱসায়ী বুলিলে এটা ডাঙৰ পেট, সংস্কৃত বুলিলে অনুস্বাৰ বিসৰ্গ, প্ৰেম বুলিলে নীলা খামৰ চিঠি, কেৰলীয়া বুলিলে দীঘল চুলি, কলেজীয়া ছাত্ৰ বুলিলে চিগাৰেটৰ ধোঁৱা, উদ্যোগ বুলিলে লোৰ দ'ম, কয়লাৰ ধোঁৱা আৰু বহুতো বনুৱাৰ হুলস্থুল, অফিচ বুলিলে ৰঙা ফিটা, চিটি বাছ বুলিলে মানুহ ওলমি যোৱাৰ দৃশ্য ইত্যাদি।

তেনেদৰে আকৌ কিছুমান শব্দ উচ্চাৰণ কৰিলে বেলেগ বেলেগ ভাব বিজুলীৰ দৰে খেলি যায়। যেনে, বজাৰ বুলিলে গণ্ডগোল, ছাত্ৰ আৰু বনুৱা বুলিলে ধৰ্মঘট, বিৰহ বুলিলে হুমুনিয়াহ, পাকিস্থান বুলিলে ফাকিস্থান, চীন বুলিলে বিশ্বাসঘাতকতা, ছোৱালী আৰু কেঁচুৱা বুলিলে সাধাৰণ কথাতেই চকুপানী আৰু কান্দোন, ৰাজহুৱা অনুষ্ঠান বুলিলে দলাদলি নাইবা ক্ষমতাৰ কাৰণে খোৱা-কামোৰা ইত্যাদি।

তেনেদৰে সমাজ-সেৱক বুলিলেও কেইটামান চিত্ৰ আৰু ভাবে মোৰ মনটোত খেলিমেলিৰ সৃষ্টি কৰে। প্ৰথমতে দেখা যেন লাগে এজন চুৰিয়া পিন্ধা মানুহ, বৰ ক্ষীণ নহয়, কিন্তু শকত শব্দটি তেওঁৰ ক্ষেত্ৰত কোনো পধ্যেই ব্যৱহাৰ কৰিব নোৱাৰি। তপামূৰীয়া নহয়, কিন্তু চুলি বৰ পাতল আৰু ৰ'দ পৰিলে ঠায়ে ঠায়ে চক্‌চকাই জিলিকি

উঠা যুবটো ঢাকিবলৈ কেপ জাতীয় বগা কিবা এটা যেন থাকেই। পাঞ্জাবীটো বেছ দীঘল, ডাঠ খদ্দৰ বা খদ্দৰ জাতীয় ধুতি, তৰিত সাধাৰণ চুডাল ফিটাৰ চেণ্ডেল এযোৰ, মুখত হাঁহি বা হাঁহিৰ প্ৰচেষ্টা, চকুত দেশৰ বাবে কৰিবলগীয়া হেজাৰ হেজাৰ কাম শেষ কৰিব নোৱাৰাৰ বিহ্বলতা। লগতে শুনা যেন লাগে সকলো বিষয়ে অনৰ্গল ফুটাই যোৱা বক্তৃতাৰ আথৈ, বেয়া মাইকৰ কেৰ্কেৰীয়া শব্দ আৰু ৰাইজৰ হাত চাপৰি। সমাজ-সেৱক ব্যক্তিতকৈ সমষ্টিৰ চিন্তাত মতলীয়া। তেখেতৰ একমাত্ৰ ধ্যান মানৱতাৰ সেৱা।

সমাজ-সেৱকসকলৰ প্ৰথম কৰ্তব্য হ'ল খুব পুৱাতেই উঠা। ব্ৰাহ্ম মুহূৰ্ত্ততে উঠি চাহটুপিৰ লেঠা মাৰি নললে তেওঁৰ হয়তো চাহ খোৱা নহ'বই। কাৰণ ডালৰ কাউৰী মাটিত নৌ পৰোঁতেই সমাজ সেৱকৰ চ'ৰাঘৰ মানুহেৰে ঠাহ খাই পৰে। ইমান মানুহক বহুৱাই থৈ চাহ খোৱাটো উচিত নহয়, দ্বিতীয় কথা ইমান মানুহক সদায় ৰাতিপুৱা চাহ খুৱাব লাগিলে হোটেল খুলি দিলেও চম্ভলা টান।

ৰাইজ আহে বিধে-বিধে ওজৰ-আপত্তি লৈ। প্ৰত্যেকজন মানুহৰ ওজৰেই অতি গুৰুত্বপূৰ্ণ আৰু জৰুৰী। পাটী এৰিয়েই সমাজ-সেৱকৰ দৈনন্দিন কাৰ্য্যসূচীৰ প্ৰথম বিষয় হ'ল এখেতসকলৰ ওজৰ- আপত্তি শুনি প্ৰত্যেককেই তাৰ এটা সমাধান দিয়া। কেতিয়াবা আকৌ গোচৰ দিবলৈ দুয়োটা পক্ষৰ লোক একে চ'ৰাঘৰতেই সোমাবলগীয়াত পৰে। তেতিয়া আকৌ দুয়োপক্ষৰ লোককেই বেলেগে বেলেগে মাতি নি তেওঁলোকৰ গোচৰ শুনিব লাগে। কাৰোবাৰ ল'ৰাৰ কাৰণে চাকৰিৰ দিহা কৰি দিব লাগে, কোনোবাই ঘৰ সাজিব খুজিছে, টিন-পাতৰ দৰখাস্ত লিখি দিব লাগে। কোনোৰ আকৌ কঠাল গছৰ পৰা পৰি হোৱা কঁকালৰ বিষ সাপৰ তেলেৰে মালিচ কৰিও কমাব পৰা নাই, তেওঁক জিলাৰ ডাক্তৰ চাহাবে বিনা পইচাই চাই দিয়াকৈ চিঠি লিখি দিব লাগে। এজনৰ আকৌ কোনো কামেই নাই, এই পুৱাতেই এনেয়ে খবৰ লবলৈ আহিছে; কিন্তু অকলশৰে খন্তেক লগ

পাব খোজে। এই একো কাম নথকা মানুহজনৰ কামটো কিন্তু বৰ গুৰুত্বপূৰ্ণ। "ফুলচুৰি" কেচৰ মীমাংসা তেওঁক কোৰ্ট-কাছাৰীলৈ নোযোৱাকৈ মীমাংসা কৰি দিব লাগে। অন্যায় যেন দেখিলেও তেওঁক সুৰতে বিদূৰ কৰিব নোৱাৰি। তেনে কৰিলে সমাজ-সেৱকৰ জনপ্ৰিয়তা কমি মেলে-মিটিঙে মানুহ কমিব। যেদি আহি নমস্কাৰ দিয়া মানুহে নেদেখাৰ ভাও জুৰিব, আনলোকৰ ওচৰত হয়তো তেওঁলোকৰ ওজৰ-আপত্তি জনাবগৈ। তেনে কৰিলে সমাজ-সেৱকৰ প্ৰতিপত্তি কমে— তেনে কাম তেওঁ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত কৰিব নোৱাৰে। সকলোকে তেওঁ সন্তুষ্ট ৰাখিবলৈ চেষ্টা কৰে। দহৰ সমৃদ্ধি, ৰাইজৰ সুখ-শান্তিয়েই তেওঁৰ একমাত্ৰ তপস্যা।

প্ৰথম পৰ্ব শেষ কৰি তেওঁ লৰালৰিকৈ ওলাব লাগে ৰাইজে হাতত লোৱা কামবোৰ পৰিদৰ্শন কৰি সৎ পৰামৰ্শ দিবলৈ। কিবা এটা পৰামৰ্শ তেওঁ দিবই লাগিব। একো কৰা নাই যদি কৰিবলৈ, ভালকৈ কৰিলে আৰু ভালকৈ কৰিবলৈ, আৰু খুব ভালকৈ কৰিলে কিছু সলনি কৰি আকৌ কৰিবলৈ। পৰামৰ্শ তেওঁ দি থৈ আহিবই লাগিব। নহ'লে ৰাইজে ভাবিব পাৰে যে কামটোত তেওঁ বৰ বেছি উৎসাহ দেখুৱা নাই।

সমাজ-সেৱকৰ আন এটি লক্ষণ হ'ল, ঠিক সময়ত খোৱা-শোৱা নকৰাটো। সময়তে খাই নিৰ্দিষ্ট সময়ত শয্যা গ্ৰহণ কৰিলে তেওঁ কিহৰ দেশকৰ্মী? ৰাজহুৱা কামত লাগি থাকোঁতেই তেওঁৰ বেলা ভাটি দিয়ে—তেতিয়া কোনো এজনৰ নিমন্ত্ৰণ ক্ৰমে নাইবা সেই সময়তে ঘৰলৈ ঢাপলি মেলি অসময়ত চেঁচা ভাতকেইটা গিলাটো সমাজ-সেৱাৰ এটি অঙ্গ। তাৰ পিচত হয়তো ভাগৰ লাগি অলপ কঁকালটো পোনাব খুজিছে এনেতে "অমুক ঘৰত আছেনে" বুলি ওলাবহি কোনোবা এজন। তেওঁ হয়তো এখন সমবায় সমিতি খোলা, পঞ্চায়তৰ নিৰ্বাচন, উন্নয়ন ব্লকৰ সমালোচনা, গ্ৰাম-সেৱকৰ বিৰুদ্ধে গোচৰ নাইবা আন তেনে কোনো এটা গুৰুত্বপূৰ্ণ আলোচনাৰ বাবে

আছিছে। কঁকাল পোনোৱাৰ আশা সিমানতে ত্যাগ কৰি তেখেতৰ লগত আলোচনাত বহিব লাগিব। ইতিমধ্যে বাতিপুৱা লগ ধৰিব নোৱাৰা দুই-চাৰিজন লোক গোট খাব—তেওঁলোককো হাঁহিমুখে কিবা এটা উপদেশ দিব লাগিব।

আবেলিৰ পৰ্বটো সমাজ-সেৱকে মেল-মিটিঙৰ মাজেৰে পাৰ কৰে। সমাজ-সেৱকৰ টেটুফলা বক্তৃতাৰ বিজুলী চমকে আবেলিৰ মৌন আকাশ পোহৰাই ৰাখে। যদি মেলত বহিবলগীয়া হয় তেনেহলে তেওঁৰ যুক্তিৰ জাল আৰু তৰ্কৰ ইন্দ্ৰজালত সভ্য-সদস্যৰ সকলো বান্ধ খাই পৰে। সমাজ-সেৱকৰ মতেই ৰাইজৰ মত। তেওঁৰ যুক্তিয়েই ৰাইজৰ যুক্তি।

আবেলিৰ মেলে-মিটিঙে জয়জয়কাৰ হৈ গধূলিৰ সময়খিনি তেওঁ নিৰ্দিষ্ট কেইজনমান লোকৰ লগত দেশৰ পৰিস্থিতি, অভাৱ-অভিযোগ, কৰ্ম-পদ্ধতি নিৰ্বাচন আৰু তাত তেওঁৰ কৰ্তব্য, এনে ধৰণৰ কিছুমান গুৰুত্বপূৰ্ণ বিষয়ৰ গোপনীয় আলোচনা কৰিবলগীয়া হয়। এই পৰিকল্পনা নাথাকিলে তেওঁৰ সমাজ সেৱা অৰ্থহীন হৈ পৰে। দেশৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত ক্ষমতাও দৰকাৰ। ক্ষমতা নাথাকিলে সমাজ-সেৱা অসাৰ্থক। নানান বাধাই সেৱাৰ উৎসাহ নাইকিয়া কৰে। গতিকে গাওঁ-সভা, মহকুমা পৰিষদৰপৰা আৰম্ভ কৰি বিধান সভা, লোকসভাৰ সদস্য পদলৈ সকলো ধৰণৰ দায়িত্ব মূৰ-পাতি লবলৈ আগবাঢ়ি আহিবলগীয়াত পৰে। পুৱাৰপৰা ৰাতি দোভাগলৈ তেওঁলোকৰ ৰাজহুৱা দায়িত্বৰ অন্ত নপৰে। সকলো সময়তে তেওঁলোক সেৱাৰ মনোভাবেৰে সাজু হৈ থাকিব লাগে। সমাজ-সেৱাৰ মাজতে সুৰুঙা উলিয়াই ব্যক্তিগত সা-সুবিধাকণ উলিয়াই লব নোৱাৰিলে ব্যক্তিগত চিন্তাৰ বাবে সুকীয়াকৈ তেওঁলোকৰ আহৰি নাই। বৰ বেছি সুবিধাৰ কথাও তেওঁলোকে নেভাবে। সামান্য কেইটামান বাছৰ লাইন, কেইজনমান পাৰমিট ব্যৱসায়ৰ পৰোপকাৰ কৰি তাৰ বিনিময়ত পোৱা সামান্য সুবিধাকণেই তেওঁৰ বাবে যথেষ্ট।

সমাজ-সেৱক হ'ব লাগিলে তাৰ উপৰিও আন কেইটামান গুণৰ দৰকাৰ। পুৱাৰপৰা ৰাতিলৈ তেওঁলোকে হাঁহি বা হাঁহিৰ আভাস এটি ওঁঠত ওলমাই নল'লে জনপ্ৰীতি ক্ষুণ্ণ হ'ব পাৰে। কোনো কথাতে তেওঁলোকে বিৰক্তি প্ৰকাশ কৰিব নোৱাৰে। সকলোৰে কথাতে হয়-ভৰ দি লৈ তাৰ পাচত অতি নম্ৰভাবে বিৰোধীপক্ষৰ যুক্তিৰ আপত্তি কৰিব লাগে। তেওঁলোকে নিজৰ যুক্তি খামুচি ধৰি থাকক আপত্তি নাই, কিন্তু কওঁতে সেই কথা ঘুৰাই-পকাইহে ক'ব লাগিব।

এইখিনি কৌশল আয়ত্ত কৰি এনেবোৰ গুণেৰে বিভূষিত হ'ব পাৰিলে আপুনি সমাজ-সেৱক। ৰাইজ আপোনাৰ—আপুনি ৰাইজৰ। ৰাইজৰ কামেই আপোনাৰ কাম—আপোনাৰ কামেই ৰাইজৰ কাম। ৰাইজৰ লাভেই আপোনাৰ লাভ, আপোনাৰ লাভেই ৰাইজৰ লাভ। ৰাইজৰ গাড়ীয়ে আপোনাৰ গাড়ী, আপোনাৰ গাড়ীয়ে ৰাইজৰ গাড়ী, আৰু ৰাইজৰ টকাই আপোনাৰ টকা।

# সংকোচ

বিশ্বৰ সকলো ৰাষ্ট্ৰ আৰু ব্যক্তিৰ মুখতেই আজিৰ যুগত এটা মাথোন অৰ্থবোধক শব্দৰ বহুল প্ৰচলন হৈছে। সেইটো হ'ল—'ইকনমি' বা মিতব্যয়িতা। খৰচ কমাব লাগে। প্ৰাচুৰ্য্যৰ যুগৰপৰা আমি সংকটৰ যুগলৈ আগবাঢ়িছোঁ। এই সংকট প্ৰতিফলিত হৈছে আমাৰ জীৱনত। পদে-পদে উপলব্ধি কৰিছোঁ—এই সাৱধান বাণীৰ মৰ্মাৰ্থ—সকলো ক্ষেত্ৰতে চমুকৰণৰ ব্যৱস্থা চলিছে।

পৃথিৱী জুৰি খাদ্যৰ হাঁহাকাৰ। খোৱাৰ অভ্যাস সলনি কৰিব লাগে। কমাই খাব লাগে। সপ্তাহত এসাজ লঘোণ দিব লাগে। সপ্তাহত সাতদিন লঘোণ দিয়াৰ অভ্যাস থকা লোক আমাৰ আদৰ্শ। আগেয়ে আমাৰ মানুহে অমাবস্যা-পূৰ্ণিমাত লঘোণ দিছিল বাকী কেইদিন দগৰি খাবলৈ। কিন্তু যুগৰ বাণী হ'ল পাৰিলে সপ্তাহত ছদিনকৈ অমাবস্যা-পূৰ্ণিমা পালন কৰিব লাগে। ইফালে পৰিয়ালৰ সংখ্যা কমাবলৈ উপদেশ দিয়া হৈছে; জোৰ চেষ্টা চলোৱা হৈছে। জনসংখ্যা কমোৱাৰ উপায় উদ্ভাৱন কৰিবলৈ বৈজ্ঞানিকসকলে অহৰ্ণিশ গৱেষণা কৰি আছে।

বিজ্ঞানে দূৰত্ব চমুৱাই পেলাইছে। দহদিনৰ বাট নিমিষতে অতিক্ৰম কৰিব পৰা হৈছে। পৃথিৱীখনেই চুটি হ'ল। মহাকাব্য পঢ়িবলৈ মানুহৰ সময়ৰ নাটনি। সাহিত্যত চুটি পাঠ জনপ্ৰিয় হৈছে। দীঘলীয়া বক্তৃতা শুনিবলৈ মানুহৰ ধৈৰ্য্য নাই। কামৰাজে দিয়া এটা বাক্যৰ বক্তৃতা শুনি মানুহে বৰ সন্তোষ পাইছে। মানুহৰ ভাব—বক্তৃতা যেতিয়া নিদিলেই নহয়, দিয়া কিন্তু চমুকৈ দিয়া। সাৰাংশও নেলাগে—মূল ভাবটিৰ ইঙ্গিত দিলেই আমি সকলো বুজি পাম। এই

প্ৰভাৱতেই বোধকৰোঁ ব্লাউজৰ হাত চুটি হৈ বৰ্তমান নাইকিয়া হৈ গ'ল। ব্লাউজৰ পেটৰ ভাগটি চুটি হৈ পেট ওলাই পৰিল। অলপতে পিঠি নাইকিয়া হৈছে। "টপলেচ" হওঁ হওঁ অৱস্থা পাইছেহি। মাইকী মানুহৰ কলাফুল পৰশা চুলিয়ে "কদম চাট" পালে। মতা মানুহৰ "কদম চাট"ৰ স্তৰ পাৰ হৈ এতিয়া "মুল বাৰ্নাৰ কাট" পাইছেহি। লংপেণ্টৰ দীঘ চুটি হ'ল। হাফ্-পেণ্টৰ লগত এটা পাৰ্থক্য থকা উচিত বাবেই বৰ বেছি উজাই আহিব নোৱাৰি এতিয়া পুতলে কমি কমি ভৰিত চেপা মাৰি ধৰিছে। অলপতে পৰীক্ষা কৰি চাই জনা গৈছে "ড্ৰেইন পাইপ" নামৰ এইবিধ সৰ্বাধুনিক পেণ্ট পিন্ধাৰ পিচত হেনো সৰিয়হ এটিও সৰকিবৰ সুৰুঙা নেথাকে। গাভৰু সকলৰ মাজতো এই চেপা মৰা চুঙা পেণ্টে প্ৰতিপত্তি লাভ কৰা দেখা গৈছে। সৰিয়হ নসৰকা এইবিধ বস্তু কেনেকৈ পিন্ধে এই বিষয়েও নানান গৱেষণা চলিছে। কোনো কোনোৰ মতে আধুনিকা মাকে হেনো জীয়েকক সৰ্বাধুনিক কৰাৰ উদ্দেশ্যে চিলাই কলত পেলাই লৈ গাতেই সেইবোৰ পোছাক চিলাই কৰি দিয়ে। এইবোৰ শুনা কথা। মই নিজে দেখা কাহিনী এটি কওঁ। এঘৰলৈ সত্যনাৰায়ণ পূজা খাবলৈ গৈছিলোঁ। এহাল বায়েক-ভনীয়েক। সৰ্বাধুনিকা। কিন্তু আহিয়েই গোসাঁই থাপনাৰ ওচৰত চোকা হেড্মাষ্টৰে বেত হাতত লৈ আঠু-কাঢ়িবলৈ দিয়া হুকুম তামিল কৰাৰ দৰে ঘপ্কৈ আঠু ললে। মনটো ভাল লাগিছিল। পোছাক যিয়েই নকৰক আমিনো মাতিবৰ কোন? ভক্তিভাৱ আছে—সেইটোহে আচল গুণৰ কথা। পূজাৰ সেই তিনি ঘণ্টামান সময় তেওঁলোকে ভক্তিভাৱে আঠু লৈয়েই থাকিল। লগৰ ছোৱালী এজনীয়ে বহিবলৈ কৰা অনুৰোধৰ উত্তৰত—সকৈ "বহিব নোৱাৰি, পেণ্ট ফাটি যাব" বুলি কোৱা কথাষাৰ শুনিহে ভক্তি ৰহস্য উদ্ঘাটন হ'ল।

সংক্ষিপ্তকৰণ বৰ জনপ্ৰিয় হৈ পৰিছে। বাতৰি কাকত আৰু কথা-বতৰাতো সংক্ষিপ্তভাৱেহে ব্যক্তি-প্ৰতিষ্ঠান আদিৰ নাম উল্লেখ

কৰা হয়। চাৰি-পাঁচটা আখৰৰ নামটোও পূৰাকৈ উচ্চাৰণ কৰিবলৈ মানুহৰ সময় নাই। খ্ৰুশ্বেভ—ইমান দীঘল নাম এটা উচ্চাৰণ কৰোঁতে কম সময় খৰচ হ'বনে? গতিকে 'কে' (K) বুলিয়েই তেওঁৰ নামটো বুজাই দিলে। আমিও বুজিলোঁ। আইজেন হাৱাৰ বুলিবলৈ বহুত সময় লাগে গতিকে তেওঁক "আইক" নামেৰে বুজোৱা হ'ল। একে কাৰণতেই প্ৰেছিডেণ্ট জনছন হ'ল এল, বি, জে (L. B. J.)। লালবাহাদুৰ শাস্ত্ৰী—এল, বি, এছ (L. B. S.)। কিছুমান ইংৰাজী, লেটিন আদি শব্দমালাৰ সংক্ষিপ্ত ৰূপৰ লগত আমি সুপৰিচিত। বৰং দীঘলীয়া নাম ক'লে আমাৰ বুজাত অসুবিধাহে হয়। বিভিন্ন পৰীক্ষাৰ ডিগ্ৰীসমূহ আমি সদায় সংক্ষেপে কওঁ। অঙ্কৰ উত্তৰ লিখিবলৈ সদায় "উঃ" লিখিছিলোঁ। ডাক্তৰ নেলেখি 'ডাঃ' লিখিলেও বুজি পাওঁ। টি-বি এটা নতুন শব্দত পৰিণত হৈছে। টিউবাৰকলোচিচ শব্দটি বৰ্ত্তেই হয়তো পাহৰিলে। জীপ নামকৰণৰ অন্তৰালত "জেনেৰেল পাৰপাজ" শব্দৰ যোগাযোগ থকা যেন নেলাগে। ইউনাটেড্ ষ্টেট্চ অব আমেৰিকা, ইউনাটেড্ কিংডমতকৈ ইউ, এছ, এ (U. S. A.), ইউ, কে (U. K.) আদি সংক্ষিপ্ত ৰূপ বেছি জনাজাত।

নামৰ চমুকৰণ অৱশ্যে পৃথিৱীৰ সকলো দেশতে চলে। এই দস্তুৰ বৰ পুৰণি। পিছে তাৰ উদ্দেশ্য বেলেগ আছিল। নামটো মাতিবলৈ উজু হোৱাতকৈও ডাঙৰ কথা নামটো মৰমৰ কৰি তোলা। চেনেহ, সবদ, ভালপোৱা এইবিলাক পৰিমাণ ভেদে নামৰ চমুকৰণ কাৰ্য্য সম্পাদন কৰা হয়। ধীৰেশ্বৰ হয় ধীৰু, বীৰেশ্বৰ বীৰু, মনেশ্বৰ মনু, ত্ৰৈলোক্য তুলু।

সেইদৰেই আকৌ তিৰোতা মানুহৰ নামো—লতিকা লতু, বিনীতা বিনু, মিনতি মিনু, আকাশীলতা লতা, প্ৰতিভা প্ৰভা, অৰুন্ধতী অৰু, স্বৰ্ণলতা সোণ, মালতী মালা। কিন্তু নামৰ চমুকৰণত বাতৰি কাকতৰ ঢং অচল। ধৰক আপোনাৰ বান্ধৱী বনলতা বৰুৱা। আপুনি বঃ বঃ

বুলি কেতিয়াও নেমাতে। হয়তো মাতিব বন্ধু বুলি। আৰু শ্ৰীমতী মধুস্মৰা ফুকনক মঃ ফুঃ বুলি মতাৰ কথা ভাবি চাওকচোন। মাধু সুবুলি পাবেনে ?

অসমীয়াত আমি অঃ ভাঃ উঃ সাঃ—এই সংক্ষিপ্ত ৰূপ দেখি অবাক হৈছিলোঁ। 'অসমীয়া ভাষা উন্নতি সাধনী সভা' অসমীয়া চমুকৰণৰ ক্ষেত্ৰত আগৰণুৱা বুলিব পাৰি। নৰ্থ ইষ্ট ফ্ৰন্টিয়াৰ এজেন্সীৰ কথা ক'লে বহুতে হয়তো নুবুজিব। তেওঁলোকক নেফা বুলিহে বুজাব লাগিব। ইউনেস্কো (UNESCO) বুলিলে বুজি পোৱাজনে হয়তো ইউনাইটেড্ নেচনছ্ এডুকেচনেল ছাইন্টিফিক এণ্ড কালচাৰেল অৰ্গেনাইজেচন—কি ক'ত কিয় বিখ্যাত কোৱাত অসুবিধা পাব। নৰ্থ আটলান্টিক ট্ৰিটি অৰ্গেনাইজেচন, ছাউথ ইষ্ট এছিয়ান ট্ৰিটি অৰ্গেনাইজেচন, চেণ্টে্ৰল ট্ৰিটি অৰ্গেনাইজেচন নামতকৈ নাটো (NATO) চিয়াটো (SEATO), চেণ্টো (CENTO) নাম বেছি লোকে বুজি পায়। ইংৰাজীতে প্ৰচাৰ হ'লে আমি সেইবোৰ সহজে গ্ৰহণ কৰোঁ। সাধাৰণতে ভাল কিবা কাম এটা হ'ল যেন লাগে। সেই কাৰণেই নেকি ইংৰাজী বাতৰি কাকতৰ সংক্ষিপ্ত শব্দমালাৰ আমাৰ মাজত বেছি প্ৰচলন।

অঃ ভাঃ উঃ সাঃ—অদ্ভুত যেন লাগিয়েই মনত বৈছিল। আমাৰ এনে সংক্ষিপ্ত নাম বৰ কম। ইংৰাজী মিষ্টাৰ বুজাবলৈ মিঃ, লিমিটেড বুজাবলৈ লিঃ, কম্পেনী বুজাবলৈ কোং, এনে কিছুমান প্ৰয়োগ আছে। দৈনিক আৰু সাপ্তাহিক বাতৰি কাকতৰ যোগেদি নতুনকৈ দুই-চাৰিটা শব্দ জনপ্ৰিয় হৈছে। যেনে—নিঃ বাঃ দিঃ—নিজা বাতৰি দিওঁতা, নিঃ ভাঃ কং কঃ—নিখিল ভাৰত কংগ্ৰেছ কমিটি, অঃ প্ৰাঃ কং কঃ—অসম প্ৰাদেশিক কংগ্ৰেছ কমিটি ইত্যাদি। তাৰ বাহিৰে বাতৰি কাকতৰ সম্পাদকে কেতিয়াবা নিজৰ কাকতৰ নামটি চমুকৈ দি থয়। সঃ মানে সম্পাদক—তাৰ পিচত বাতৰি কাকত বা আলোচনীৰ নামটো সংক্ষেপে দিয়ে। ইংৰাজী বাতৰি কাকত সংক্ষিপ্ত

নামৰ উপগ্ৰহত পৰিব নোৱাৰা হৈছে। আফ্ৰিকাৰ কোনো এটা ৰাজনৈতিক দল যদি আজি হঠাৎ বিখ্যাত হৈ পৰিল তেন্তে'লে কাইলৈ বাতৰি কাকতত সেই নামটোৰ শিৰোনামা দিওঁতে সংক্ষেপে দিব। আজি যদি ফ্ৰান্সৰ কিবা এটা অনুষ্ঠানে সাহিত্যৰ বঁটা আগ বঢ়ায়—কাইলৈ সেই বঁটাৰ সংক্ষিপ্ত নাম আপুনি বুজিব লাগিব। ৰাছিয়াত কিবা এটা আৱিষ্কাৰ হ'লে সেই আৱিষ্কাৰৰ নামটো আপুনি সংক্ষেপে জনা উচিত। আমেৰিকাৰ পি, এল চাৰিশ আশী (P. L. 480) ৰ মৰ্মাৰ্থ নেজানিলে আপুনি আজিৰ যুগৰ মানুহেই নহয়। যুগৰ লগত খাপ-খুৱাই চলিব লাগিলে আকাৰে-ইঙ্গিতে সকলো বুজি পাব লাগিব। আন কথাত আ কৰিলেই গৰ্ভ দেখিব লাগিব।

সংক্ষিপ্ত কৰণৰ কথা কওঁতে ধোদৰ সাধুটো মনত পৰিছে। তাহানি ধোদসকলক ৰজাঘৰীয়া "ফ্ৰি হোটেল" খুলি দিয়াৰ পিচত ধোদৰ সংখ্যা ইমান বাঢ়িল যে ৰজাঘৰে আচল আৰু নকল ধোদ বাছি উলিয়াবলৈ কৌশল উদ্ভাৱন কৰিবলগীয়া হ'ল। এদিন ধোদসকলৰ থকা ঘৰত জুই লগাই দিয়া হ'ল। নকল ধোদ পলাল। মাথো দুটা ধোদৰহে লৰচৰ নাই। জুয়ে যেতিয়া এজনৰ পিঠি পুৰিলেহি তেতিয়া অশেষ কষ্টেৰে ধোদে আনজন বন্ধুক জনালে, "পিঃ পুঃ"। ধোদৰ ইমান এলাহ বেছি যে "পিঠি পুৰিলে" এই কথাষাৰো মুখৰপৰা ওলাব নোখোজে। ইজন ধোদৰ ইতিমধ্যে জুয়ে পিঠি ছুইছিল—তথাপি বন্ধুৰ বিপদ দেখি সংক্ষেপে উপদেশ দিলে—"উঃ শোঃ।" অৰ্থাৎ উভতি শো। ৰাজবিষয়াই দেখিলে যে ইহঁতৰ সমান ধোদ আৰু থাকিব নোৱাৰে। গতিকে ৰজাঘৰে তেওঁলোকক "ধোদ পেঞ্চন" দিয়াৰ ব্যৱস্থা কৰিলে।

আমাৰ সংক্ষিপ্তকৰণৰ ধুম পৰাৰ কাৰণ—এইটো নহয় বুলি ধৰি লৈছোঁ। যুগৰ লগত মিলাই বিজ্ঞানসম্মত ব্যাখ্যা দিবলৈ চেষ্টা কৰিছোঁ। অসমীয়াই যুগৰ লগত খোজ মিলাবলৈ চেষ্টা কৰা উচিত। নতুন সংক্ষিপ্তকৰণৰ আঁচনি হাতত ল'বৰ হ'ল।

# স্বামী প্ৰশিক্ষণ মহাবিদ্যালয়

অবাক হ'বলগীয়া একো নাই। বৰং এনে এটি মহাবিদ্যালয়ৰ কথা আমাৰ বহুদিন আগেয়ে চিন্তা কৰা উচিত আছিল। নামত স্বামী হলেই নহ'ব। সুগৃহস্থ ( স্ত্ৰীং—সুগৃহিণী ), সৎ ( স্ত্ৰীং—সতী ), গৃহবিষ্ণু (স্ত্ৰীং—গৃহ-লক্ষ্মী) আৰু পতিব্ৰত ( স্ত্ৰীং—পতিব্ৰতা ) স্বামী হবলৈ হলে স্বামী-তত্ত্বত ব্যুৎপত্তি থাকিব লাগিব। জাপানী ঘৈণীৰ নাম বিশ্বজোৰা। ভাৰতীয় ঘৈণীৰো একালত কম নাম-ডাক নাছিল। কিন্তু দুখৰ বিষয় আজিকালিৰ ভাৰতীয় স্বামীসকলৰ নামতকৈ বদনাম বেছি।

পুৰণি সংস্কৃত আৰু জাৰ্মান ভাষাৰ প্ৰভূত মিলনৰ কথা ভাষাতত্ত্বৰ ছাত্ৰ হিচাপে পঢ়িছিলোঁ। স্বামী হিচাপে পুৰণি আৰু নতুন দুয়োচাম জাৰ্মান স্বামীৰ লগত ভাৰতৰ যে ইমান মিল তাকেহে জনা নাছিলোঁ।

পশ্চিম জাৰ্মানীৰ মহিলা স্বাস্থ্যমন্ত্ৰী এগৰাকীৰ সভানেতৃত্বত এখন সমিতি গঠন কৰি জাৰ্মান মহিলাসকলৰ অৱস্থাৰ ভু-ভা লোৱাৰ ভাৰ দিয়া হৈছিল। এই সমিতিয়ে বহুতো সাক্ষ্য-প্ৰমাণলৈ, বহুতো বিচাৰ-গবেষণা কৰি সম্প্ৰতি এখন প্ৰতিবেদন দাখিল কৰিছে। সমিতিয়ে জাৰ্মান স্বামীসকলক বহুতো বিষয়ত জগৰীয়া কৰিছে। ঘাই জগৰ হৈছে, তেওঁলোকে ঘৰুৱা কাম-কাজত অলপো সহায় নকৰে। ঘৰুৱা কাম-কাজ মানে—ধৰক, কাঁহীখন ধোৱা, বাটিটো মজা, মছলাকণ বটা, কেঁচুৱাৰ কাপোৰখন ধোৱা, মাকে ৰেডিঅ'ত দিয়া উলৰ ডিজাইনৰ টোকা লওঁতে কেঁচুৱাক লুথুৰীকণ খুওৱা, বেছিকৈ কেঁচুৱাই আমনি কৰিলে সজাই-কচাই ফুৰিবলৈ উলিয়াই নিয়া—এনে ধৰণৰ সৰু-সুৰা কাম। জাৰ্মান মহিলাসকলক কেৱল বান্ধনিশাল আৰু কেঁচুৱা লালন-

পালনতে আবদ্ধ ৰখা হৈছে বুলিও অভিযোগ তোলা হৈছে। চাকৰি কৰা মহিলাসকলক ঘৰুৱা কাম-কাজ কৰিবলৈ দিয়া বাবেও আপত্তি জনোৱা হৈছে। এনেবোৰ অন্যায় শোষণমূলক নীতিৰ বিৰুদ্ধে ব্যৱস্থা লবলৈ এখন আইনৰ খচৰা প্ৰস্তুত কৰা হৈছে। যদি সময় থাকোঁতে জাৰ্মান স্বামীসকলে যথাবিহিত ব্যৱস্থা গ্ৰহণ নকৰে তেনেহলে তেনে কৰিবলৈ আইনৰ সহায়েৰে বাধ্য কৰোৱা হ'ব বুলি ভাবুকি দিয়া হৈছে।

অসমীয়া স্বামীসকলৰ ওপৰতো অনুৰূপ অভিযোগ উঠিছিল আৰু বেছি ৰাতিকৈ আহিলে ভাত নিদিয়াৰ সিদ্ধান্ত কৰা হৈছিল। এই সিদ্ধান্তৰ ফলস্বৰূপে কিমান অসমীয়া স্বামী লঘোণে থাকিবলগীয়া হ'ল —কিমান স্বামীয়ে দেখি আৰু ঠেকি শিকনি ললে তাৰ পৰিসংখ্যা আমাৰ হাতত নাই যদিও এই শোষণকাৰী অপবাদৰপৰা হাত সাৰিবলৈ অসমীয়া তথা ভাৰতীয় স্বামীসকলে খৰতকীয়া ব্যৱস্থা হাতত লোৱা উচিত। কাৰণ, "আইদিয়াজ্ হেভ গট লে'গছ্।" কাৰোবাৰ মনত কিবা এটা খেলালে পুলি-পোখা মেলিবলৈ সৰহ পৰ নেলাগে। তাতে আজি নাৰী জাগৰণৰ যুগ। দেশৰ চাবি-কাঠি নাৰীৰ হাতত। শেষত ভাটি বয়সত লটি-ঘটি হোৱাতকৈ আগবয়সতে কিছুমান কথা জানি-বুজি থোৱা ভাল। উপযুক্ত প্ৰশিক্ষণৰ অভাৱত ভাৰতীয় স্বামী সকলৰো এলাই-এথানি হোৱাৰ সংকেত পাইহে প্ৰশিক্ষণৰ এই আঁচনি দাঙি ধৰিছোঁ।

আমেৰিকাৰ পৰিসংখ্যা লৈ দেখা গৈছে যে ন-গাভৰুসকলে বয়সীয়া অভিজ্ঞ স্বামীহে বেছি পছন্দ কৰে। অভিজ্ঞ স্বামী মানে "ছেকেণ্ড হেণ্ড" স্বামী নহয় আকৌ! ৰোমাঞ্চৰ বাবে ডেকা দুই-এজনে সুযোগ পালেও স্বামী হিচাপে তেওঁলোকৰ দাম কম; ফ্ৰান্সৰ বিখ্যাত মহিলা লেখিকা ফ্ৰাঁচোৱা চাঁগাই মুক্তভাবে এই মত দাঙি ধৰিছে। মতামত দিয়েই ক্ষান্ত নেথাকি তেওঁ এজন বয়সীয়া কিতাপ বেপাৰীক বিয়াও কৰাইছে।

পুৰাকালত হিন্দু-নাৰীয়ে সদায় প্ৰাৰ্থনা কৰিছিল মহাদেৱৰ দৰে স্বামী পাবলৈ। কি কি গুণ আছিল বাৰু মহাদেৱৰ? সংসাৰ-জ্ঞান মুঠেই নাছিল। আই পাৰ্বতীক থবলৈ ভাল বিল্ডিং এটা সজাৰ কথা আজিলৈ কোনো পুথিত পঢ়া নাই। এখন ৰথ কিনাৰ কথা শুনা নাই। বিড়ি কোম্পানীৰ কেলেণ্ডাৰত দিয়া ছবিৰপৰা বুজা যায় তেৰাৰ বাহন বলদটোতেই মাজে-সময়ে উঠাই এনি-তেনি নিছিল। ঘৰুৱা কাম-কাজত তেওঁ মুঠেই পাকৈত নাছিল। প্ৰচুৰ ভাং সেৱন কৰিছিল। সুদৰ্শন আছিল কিন্তু সাজ-পোছাকত মুঠেই মন-কাণ নাছিল। এনে এজন স্বামী আজিকালিৰ নাৰীয়ে পছন্দ কৰিবনে? ধৰক, দৰমহাৰ পইচা মাহৰ প্ৰথম সপ্তাহতে শেষ হয়, ভাড়াঘৰেই যাৰ একমাত্ৰ আশ্ৰয়স্থল, মাজে মাজে সস্তীয়া ভাং বা সুৰা সেৱন কৰে, ক'ৰবালৈ মাহেকে ছমাহে ফুৰিবলৈ ওলালে পো-পোৱালী লৈ পদযাত্ৰা কৰে আৰু কাচিৎহে চিটিবাছত ওলমিবৰ সুযোগ পায়। ঘৈণীয়েকে লৰা-ছোৱালী লালন-পালনৰপৰা বজাৰ কৰি ভাত ৰন্ধালৈ সকলো কৰিব লাগে। আগত মহাদেৱৰ মূৰ্তিলৈ পূজা কৰিলেও আজিকালিৰ নাৰীয়ে নিশ্চয় তেনে 'বৰ' প্ৰাৰ্থনা নকৰে।

পৰিসংখ্যাৰপৰা বুজা যায় যে বিবাহ-বিচ্ছেদত অনভিজ্ঞ স্বামীসকলৰ বৰঙনিয়েই বেছি। প্ৰেম, ৰোমাঞ্চ, এইবোৰ বিয়াৰ ছমাহৰ ভিতৰতে অন্তৰ্ধান হয়। প্ৰেমৰ গোন্ধ নাইকিয়া হোৱাৰ লগে লগেই অল্পমতি স্বামীসকলৰ কঠোৰ পৰীক্ষা আৰম্ভ হয়। এই পৰীক্ষাত প্ৰথম বিভাগত পাছ কৰা স্বামীৰ সংখ্যা বিৰল। প্ৰায়ভাগ স্বামীয়ে কোনো ৰকমে পাছ কৰা নম্বৰ সংগ্ৰহ কৰে। জাপানী ঘৈণীৰ দৰে ভাৰতীয় ঘৈণীসকলেও বেছিকৈ "গ্ৰেছ মাৰ্ক" দিয়ে বাবে যেনিবা ফেলৰ সংখ্যা ভাৰতত খুব কম। পৰীক্ষকৰ অনুগ্ৰহত পাছ কৰাতকৈ মুকলি প্ৰতিযোগিতাত যোগ্যতা আৰ্জন কৰিবলৈ চেষ্টা কৰাটোহে বোধকৰো বুদ্ধিমানৰ কাম হ'ব।

বৰ্তমানৰ আঁচনিখনত তিনি ৰকমৰ পাঠ্যক্ৰম থাকিব। চাৰ্টিফিকেট

ক'চ, ডিপ্লোমা আৰু ডিগ্ৰী। তিনিওটা পাঠ্যক্ৰম এবছৰীয়া। কিন্তু সাধাৰণ নিয়মানুসাৰে চাৰ্টিফিকেট ক'চ পাছ নকৰিলে ডিপ্লোমা আৰু ডিপ্লোমা নাপালে ডিগ্ৰী ক্লাছত ভৰ্তি কৰা নহ'ব। মুঠতে স্বামী প্ৰশিক্ষণ মহাবিত্থালয়ৰ ডিগ্ৰীধাৰী হবলৈ সাধাৰণতে তিনি বছৰ কাল অধ্যয়ন কৰিব লাগিব। এই মহাবিত্থালয়ৰ পাঠ্যক্ৰম আৰু প্ৰশিক্ষণ প্ৰণালী এনে বিজ্ঞানসম্মত হব যে, শেষলৈ এই মহাবিত্থালয়ৰ প্ৰশংসা-পত্ৰ নেথাকিলে স্ত্ৰী-লাভ অতি কষ্টসাধ্য হ'ব। ভাবী শহুৰসকলে কন্যা প্ৰাৰ্থী ভাবী জোঁৱাইসকলৰ মুখলৈ নেচাই চাৰ্টিফিকেটখনহে পুঙ্খানুপুঙ্খৰূপে পৰীক্ষা কৰিব আৰু পাঠ্যক্ৰমৰ ভিতৰুৱা কিছুমান জটিল প্ৰশ্ন সুধি ভাবি জোঁৱাইক বিব্ৰত কৰিব। কোনো কোনোৱে "প্ৰেক্‌টিকেল" কৰিবলৈ নিব পাৰে।

মহাবিত্থালয়ৰ পাঠ্যক্ৰমত "থিয়ৰিটিকেল"তকৈ "প্ৰেক্‌টিকেল"ত বেছি গুৰুত্ব আৰোপ কৰা হ'ব। আমাৰ বিশ্বাস, পুথিগত জ্ঞানতকৈ ব্যৱহাৰিক জ্ঞানৰ ওপৰত অধিক গুৰুত্ব দিলেহে স্বামী-প্ৰশিক্ষণৰ মহান উদ্দেশ্য সফল হ'ব।

স্বামী-প্ৰশিক্ষণ মহাবিত্থালয়ৰ পৰীক্ষাত যিসকলে সফলতা আৰ্জন কৰি সুখ্যাতিৰে পাছ কৰিব পাৰিব তেওঁলোকক স্বামীশ্ৰী, স্বামী-ভূষণ, স্বামী-ৰত্ন—এনে ধৰণৰ উপাধি প্ৰদান কৰাৰ ব্যৱস্থাও থাকিব।

পাঠ্যক্ৰমৰ ভিতৰুৱা মূল বিষয়বোৰ হ'ব :

স্ত্ৰীৰ প্ৰতি স্বামীৰ কৰ্তব্য, নাৰীৰ অধিকাৰসমূহৰ থুলমূল আভাস, শাস্ত্ৰত উল্লেখ কৰা নাৰী আৰু পুৰুষৰ সম-অধিকাৰ সম্বন্ধে থকা আপ্তবাক্যসমূহৰ জ্ঞান (ইয়াৰ কিছুমান বাক্য মুখস্থ মাতিব পাৰিব লাগিব।) বিশ্বত নাৰীৰ জীৱন-চৰ্চা আৰু পুৰুষতকৈ তেওঁলোকৰ শ্ৰেষ্ঠত্ব সম্বন্ধে ৰচনা ইত্যাদি।

দ্বিতীয় পৰ্য্যায়ৰ ঘাই বিষয় হ'ল—নাৰী মনস্তত্ত্ব। এইখন প্ৰশ্ন কাকত বৰ জটিল হ'ব আৰু এই প্ৰশ্নৰ কাৰণেই বহুতো ছাত্ৰই ফেল কৰাৰ সম্ভাৱনা। নাৰী-মনৰ গঠন আৰু প্ৰকৃতি। নাৰীৰ প্ৰেম,

ভালপোৱা, সংসাৰ সম্বন্ধে ধ্যান-ধাৰণা আৰু পুৰুষ মনৰ লগত তাৰ প্ৰভেদ। নাৰীৰ মন যোগাবলৈ পুৰুষে কি কি বিষয়ত পাৰদৰ্শী হোৱা উচিত। নাৰীয়ে কেনে ধৰণৰ পুৰুষ পছন্দ কৰে। স্বামী আৰু বন্ধু হিচাপে পুৰুষৰ কি কি গুণৰ আৱশ্যক। তিৰোতা-সেকৰা স্বামীৰ জীৱন কেনে জঞ্জালবিহীন আৰু সুখৰ সেই বিষয়ে আলোচনা। ঘৈণীয়েকৰ কথামতে চলি সুখী হোৱা একশজন বিখ্যাত স্বামীৰ জীৱনী অধ্যায়ন।

তৃতীয় ভাগত থাকিব: ঘৰুৱা কাম-বনৰ এটি আভাস। তিৰোতাৰ কি কি কামত পুৰুষৰ সাহায্য প্ৰয়োজন। ঘৰুৱা কামৰ সূত্ৰ, বিস্তৃত বিবৰণ আৰু সেইবোৰ কামৰ প্ৰেক্‌টিকেল। এই বিষয়ৰ প্ৰশ্ন কাকতখনত 'প্ৰেক্‌টিকেলৰ' ওপৰতহে বেছি জোৰ দিয়া হ'ব। ইয়াত বাচন ধোৱা প্ৰণালী, টেঙা, ভীম পাউদাৰ আৰু ছাঁইৰে বাচন মজাৰ সুফল, বালিৰে বাচন মজাৰ অপকাৰিতা—এনে সৰু-সুৰা অথচ লাগতিয়াল প্ৰশ্ন কৰা হব।

আন এখন প্ৰশ্ন থাকিব—কেঁচুৱা আৰু সেই সময়ত প্ৰসূতীৰ যত্ন। কেঁচুৱাৰ বাবে বিভিন্ন "বেবী ফুড" প্ৰস্তুত কৰা, কেঁচুৱাৰ 'নেপকিন' প্ৰক্ষালনত লবলগা যত্ন; শোৱাৰ সময়ত গ্ৰাইপ-ৱাটাৰ, দুধদানী ইত্যাদি যা-যোগাৰ মাকে চকু মুদিলেই পোৱাকৈ থোৱাৰ কৌশল, নিচুকনি গীত গাবলৈ আৰু কান্দি থাকোঁতে নিচুকাবলৈ কি কি কৰিব লাগে এনে সকলো বিষয়ৰো প্ৰশিক্ষণ দিয়া হ'ব। কেঁচুৱাক নহৰু, তেল, ভিক্স আদিৰে মালিচ সম্বন্ধীয় কিছুমান "ক্ৰিটিকেল" প্ৰশ্ন এইখন কাকতত থাকিব।

ৰন্ধন-বিজ্ঞান সম্বন্ধে পুৰা এশ নম্বৰৰ প্ৰশ্ন থাকিব। আচাৰ, চাটনি আদিৰ প্ৰস্তুত প্ৰণালীৰপৰা পোলাও, কোপ্‌টা, বিৰিয়ানীলৈ সকলো প্ৰকাৰ ৰন্ধনত মহাবিদ্যালয়ৰ স্নাতকসকল পাৰদৰ্শী হ'ব লাগিব। সময় বিশেষে প্ৰয়োজন হোৱা মাটি-কাছুৰী, ভেদলী লতা, মানিমুনি, টেঙেচী, শোকোতা, মছন্দৰী আদিৰ জোলকে ধৰি

সকলো ধৰণৰ ৰন্ধনৰ সম্যক জ্ঞান নেথাকিলে ডিগ্ৰী পোৱা কঠিন হ'ব।

এই পাঠ্যক্ৰমৰ আন এটি আৱশ্যকীয় বিষয় হ'ব আইন। পৃথিবীৰ বিভিন্ন দেশত আইনে স্ত্ৰীক কি স্বাধীনতা দিছে, কি কি অজুহাত দেখুৱাই ইচ্ছা কৰিলে তিৰোতাই বিবাহ বিচ্ছেদ বিচাৰিব পাৰে, স্ত্ৰীৰ প্ৰতি কেনে আচৰণ কৰিলে তেওঁলোকে আইনৰ সহায়েৰে স্বামীক বগা ঘৰৰ ভাত খুৱাব পাৰে—তেনে সকলোবোৰ আইনৰ ধাৰাৰ জ্ঞান শিক্ষাৰ্থীসকলৰ থাকিব লাগিব।

টেক্সাছ বিধান সভাত অলপতে এখন বিল উত্থাপন কৰাৰ কথা। সেইখন বিল পাছ হলে ঘৈণীয়েকে গিৰিয়েকৰ প্ৰেমিকাৰ লগত নিবিড় মিলনত দেখিলে গুলিয়াই হত্যা কৰিব পাৰিব। এতিয়া টেক্সাছৰ স্বামীসকলৰ ঘৈণীয়েকৰ 'বন্ধু' সকলক গুলিয়াবৰ অধিকাৰ আছে। এনেবোৰ আইনৰ ধাৰাৰ বিষয়ে শিক্ষাৰ্থীসকলৰ জ্ঞান থকা উচিত।

পশ্চিম জাৰ্মান চৰকাৰে বৰ্তমান বিবেচনা কৰি থকা বিপৰ্টখনত অজাৰ্মান আদৰ্শ স্বামীসকলে কেনেধৰণে স্ত্ৰীৰ কামত সহায় কৰে—তাকে চাই জ্ঞানলাভ কৰিবলৈ জাৰ্মান স্বামীসকললৈ এটি পৰামৰ্শ আগবঢ়োৱা হৈছে। বিদেশী দূতাবাসৰ আদৰ্শ স্বামীসকলক সহযোগ আগবঢ়াবলৈও অনুৰোধ জনোৱা হৈছে। এই সত্য উপদেশটি আমাৰ পাঠ্যক্ৰমত সামৰি লোৱা হব। চৰকাৰী সাহায্য লৈ আদৰ্শ স্বামী থকা দেশসমূহ ভ্ৰমণ কৰাৰ পিচতহে প্ৰশিক্ষণ সমাপ্ত বুলি ধৰা হ'ব। আমাৰ স্বামী আৰু ভাবী স্বামীসকলে যদি বিলাত, আমেৰিকা ঘুৰি আহে আৰু চিন্তা কিহৰ ? ( মোৰ দৃঢ় বিশ্বাস, বিলাত আমেৰিকালৈ গলে সকলো শিক্ষাই পূৰ্ণতা লাভ কৰে )। এনে প্ৰশিক্ষণ থাকিলে স্বামীসকলো নিশ্চিন্ত হ'ব পাৰে। আৰু ভাবী সকলেও সহজে জীৱন-সঙ্গিনী লাভ কৰিব পাৰে। জীৱন-সঙ্গিনী লাভ কৰাতকৈও ডাঙৰ কথা—বিয়াৰ পিচত যাতে জীৱন সঙ্গীন হৈ নুঠে! নহয় জানো ?

# ৰহাগতে পাতি খাওঁ বিয়া

বিয়া পাতিবলৈ কাৰনো মন নেযায়? এটা বয়স আৰু সময় আছে যেতিয়া সকলোৰে বিয়া পাতোঁ পাতোঁ লাগে। ধন-বিত নোহোৱাজনৰো ইচ্ছা যায়, থকাজনৰতো কথাই নাই। ডেকা-ডেকেৰীৰো ইচ্ছা যায়আৰু কেতিয়াবা বুঢ়া-বুঢ়ীৰো ইচ্ছা যায়। কিছু-মানৰ বেণ্ডপাৰ্টি, ঢুলীয়া-খুলীয়া মাতি পাৰা-প্ৰতিবেশীৰ কাণ ঘোলা কৰাৰ লগতে গোটেই চহৰত জাননী দি বিয়া পাতিবৰ মন যায়, কিছুমানৰ চুচুৰ্বীয়াকৈ কোনোমতে নিয়ম পালন কৰি কইনাজনী ঘৰ সুমুৱাবৰ মন যায়। কিছুমানৰ হৰেক ৰকমৰ দামী মিঠাই, লুচি, ব্যঞ্জনেৰে নিমন্ত্ৰিত অতিথিৰ পেটৰ অসুখ হোৱাকৈ খুৱাই বিয়া পাতিবৰ মন যায়, কিছুমানৰ দুটামান বুণ্ডিয়াৰ গুটি পানী এগিলাচেৰে খুৱাই বিয়া-পৰ্ব সামৰিবৰ মন যায়। কিছুমানে বিয়াৰ ৰীতি-নীতি মানি বিয়া কৰাব খোজে, কিছুমানে আকৌ কেৱল মালা সলনি কৰি বিয়া কৰাব খোজে। কিছুমানে আকৌ এইচব কৰি থকাৰো পক্ষপাতী নহয়। তেওঁলোকৰ মতে "মিঞা বিবি ৰাজী ক্যা কৰেগা কাজী।" তেওঁলোকে পোনেই কইনা ঘৰ সুমুৱাব খোজে। কিছুমানে হুলস্থুল লগাই গাড়ীয়ে-ঘোঁৰাই দলদোপ হেন্দোলদোপকৈ ফট্কা-বন্দুক মাৰি "বিয়া কৰাবলৈ ওলাইছোঁ ঔ ৰাইজ" বুলি জাননী দি যোৱাতোহে আচল বিয়া বুলি ভাবে। এচামে আকৌ হুলস্থুলৰ মাজলৈ নগৈ দুই-চাৰিজন বন্ধু-বান্ধৱেৰে গৈ কইনাজনী পাৰ কৰাটোহে আচল কথা বুলি ভাবে।

বিয়া কেনে ধৰণেৰে পতা যায় সেয়া মুঠেই দৰকাৰী কথা নহয়। তেনেহলে কোনটো বেছি দৰকাৰী? বিয়া পতাটো। কথাষাৰ ৰহলাই কওঁ।

বিয়া এখনত বহু বস্তুৰেই দৰ্কাৰ হয়। তাৰে এটা "আইটেম"ৰ বাহিৰে বাকী সকলোখিনি তালিকাৰপৰা বাদ দিব পাৰি। এঠা দৈৰ টেকেলী ছুটামান কম হলে বা যোগাৰ নহলেও বিয়াৰ কামত অকণো আউল নেলাগে। অলঙ্কাৰ কেইপদমান কম হলে কইনা-ঘৰৰ কাৰোবাৰ মুখ বেলুন ফুলাদি ফুলিব পাৰে কিন্তু বিয়া হ'বই। অলঙ্কাৰ নহলেও হ'ব। সুযোগ মিলিলে বিয়াৰ পিচতো অলঙ্কাৰৰ ধাৰ কিস্তি কিস্তিকৈ মাৰিব পৰা যায়। পাট-মুগা মেজাঙ্কৰীৰ ঠাইত মাৰ্কিনৰ মেখেলা-চাদৰ দিলেও বিয়া নোহোৱাকৈ নাথাকে। তেনে-হলে নহলেই নোহোৱা পহিলা নম্বৰৰ "আইটেম"টো নো কি? একে আষাৰে কওঁ—কইনা। কইনা নহলে বিয়া পাতিব নোৱাৰি। কইনা আপচুৱেই হওক বা সুন্দৰীয়েই হওক, ওখই হওক বা চাপৰেই হওক, জোঙা নাকৰেই হওক বা ফেঁচা নাকৰেই হওক, চুলি দীঘলেই হওক বা চুটিয়েই হওক, শাড়ী পিন্ধাই হওক বা লং পেন্ট পিন্ধাই হওক—মুঠৰ ওপৰত কইনা লাগিবই। মিনিমাম এজনী।

কইনা মানেতো ছোৱালী বা তিৰোতা মানুহ। বেজেগ বস্তুতো নহয়। যোগাৰ কৰিলেই হ'ল। স্কুল-কলেজ ছুটী হলেযে লাখে লাখে ছোৱালী ওলায় তেওঁলোক কইনা হ'ব নোৱাৰে জানো? অফিচ, কল-কাৰখানা, দোকান-পোহাৰ, ৰাস্তা-ঘাট আদিত যে অবিবাহিত ছোৱালীবোৰ দেখোঁ তেওঁলোকৰ কইনা হোৱাৰ যোগ্যতা নাই জানো? আছে। কিন্তু যিমান বিবাহযোগ্যা ছোৱালী আছে বুলি ভাবো সিমান ছোৱালী নাই। উপযুক্ত ছোৱালীৰ সংখ্যা তাতোকৈ কম। এই তত্ত্ব দৰাৰ ক্ষেত্ৰতো সমানে প্ৰযোজ্য। আন দেশৰ কথা এৰি আমাৰ দেশৰ কথাকে ধৰোঁ।

এটা পৰিসংখ্যা ওলাইছে যে কেৰেলা, উৰিষ্যা, মণিপুৰ, পণ্ডিচেৰী আদি ঠাইত মুনিহতকৈ তিৰোতাৰ সংখ্যা সৰহ। অন্ধ্ৰ, বিহাৰ, গুজৰাট, মধ্য প্ৰদেশ, মহাৰাষ্ট্ৰ, মহীশূৰ আদি ৰাজ্যত মুনিহ আৰু তিৰোতাৰ সংখ্যা প্ৰায় সমান। নিৰ্বাচনৰ সময়ত লোৱা

হিচাপত ওলাইছিল যে মুনিহতকৈ ভাৰতত তিৰোতাৰ সংখ্যা সৰহ। অথচ ভাৰতত উপযুক্ত কইনাৰ নাটনি। কথাষাৰ গভীৰভাৱে চিন্তা কৰিবলগীয়া। বুজাত সহজ হ'বলৈ উপমা এটা দিওঁ। পৃথিবীৰ তিনি ভাগ পানী, এভাগ মাটি। সেই এভাগৰে একো একোটা বিস্তৃত অঞ্চলত মানুহ থাকিব নোৱাৰে বা নেথাকে। বাকী অংশৰ বাসিন্দাসকলৰ কাৰণেও খোৱা পানীৰ অভাৱ। তাতোকৈ আচৰিত হ'বলগীয়া কথা, সাগৰত ঘুৰি ফুৰা লোকসকলৰেই পানীৰ অভাৱ সবাতোকৈ বেছি। লুনীয়া পানী খাব নোৱাৰে। খাব পৰা পানী পোৱা নেযায়। ঠিক একেটা উপমা মই দৰা বা কইনাৰ ক্ষেত্ৰত দিব খোজো।

অৰ্থনীতিবিদ পণ্ডিতসকলে বজাৰ দৰৰ বিষয়ে গভীৰ অধ্যয়ন কৰিছে কিন্তু সঘনে উঠা-নমা কৰা বিয়াৰ বজাৰৰ বিষয়ে লাইন এটাও লিখা নাই। দৰা-কইনাৰ সম্বন্ধ সমাজবিজ্ঞান আৰু ধৰ্মীয় ৰীতিৰ লগত যেনেকৈ সাঙুৰিব পাৰি তেনেকৈয়ে সাঙুৰিব পাৰি অৰ্থনীতিৰ লগত। মই অৰ্থনীতিৰ কিতাপ লিখিলে বিয়াৰ বজাৰ দৰ সম্বন্ধে গ্ৰাফ চিডিউল আৰু পৰিসংখ্যাৰে মূৰ ঘুৰাই যোৱাকৈ অধ্যায় এটা লিখিমেই। বিষয়টো মোৰ বোধেৰে অৰ্থনীতিৰ লগতহে খাপ খায়। অন্ততঃ আজিৰ যুগত।

দৰাৰ বজাৰ দৰ অধ্যয়ন কৰিলে কথাষাৰৰ প্ৰমাণ পোৱা যাব। কইনা লাগ বুলিলেই নেপায়। দৰাৰ মূল্য বা দাম চাইহে কইনা! অসমত দৰা-কইনা উভয়ৰে বজাৰ দৰৰ এটা ভাৰসাম্য আছে। বঙ্গদেশত দৰাৰ বজাৰ টিংখোপত উঠা। পঞ্জাবত আকৌ ছোৱালীৰ বজাৰহে চৰা। দৰাৰ বজাৰ দৰ চাই তেওঁলোকক কেইটামান ব্যৱহাৰিক আৰু বাস্তৱ ভাগত ভগাব পাৰি। যেনে ডাক্তৰ, ইঞ্জিনিয়াৰ, প্ৰশাসনীয় বিষয়া ( যেনে আই, এ, এছ ; এ, চি, এছ ; আই, পি, এছ ), অধ্যাপক, মাষ্টৰ, উকীল, কেৰাণী ইত্যাদি। প্ৰশাসনীয় বিষয়াৰেই আকৌ কোন বিভাগৰ চাকৰি কৰে তাৰ ওপৰত নিৰ্ভৰ

কৰিব বিয়াৰ বজাৰত দৰা হিচাপে তেওঁৰ নির্দিষ্ট স্থান। দুজন একে দৰমহাৰ অফিচাৰৰ বিয়াৰ বজাৰত একে স্থান নহয়। এজন পাঁচশ-টকীয়া মাষ্টৰতকৈ তিনিশটকীয়া ভাল উপৰি পাওনা থকা অফিচাৰৰ পজিচন বহুতো উর্দ্ধত। স্বাধীনতাৰ পিচতেই ইঞ্জিনিয়াৰ দৰাসকলৰ ইমান দাম বাঢ়িল যে ডাক্তৰ, বিষয়া আদি ওপৰ শ্রেণীৰ দৰাবো মুখ শুকাল। কন্যাদাতাসকলে ইঞ্জিনিয়াৰৰ বাহিৰে আন দৰা কম্পাউণ্ডতেই সোমাব নিদিয়া হ'ল। বেছ কিছুদিন এই অৱস্থা চলাৰ পিচত হঠাৎ তেওঁলোকৰ দাম কমি আহিল। ইঞ্জিনিয়াৰ-সকলে কেৰাণীৰ চাকৰি, অটো-ৰিক্সা চালকৰ চাকৰি বিচাৰি ফুৰা সময়ছোৱাত কন্যাদাতাই ফৰেষ্ট অফিচৰ পার্মিট দিয়া সহকাৰীজনৰ কথা কাণ পাতি শুনা হ'ল কিন্তু ইঞ্জিনিয়াৰৰ নাম শুনিলে কাণত কপাহৰ ঠিলা মাৰি মুখ ঘুৰোৱা হ'ল। বিয়াৰ বজাৰত এটা শ্রেণী কোনোদিনেই বেছি তললৈ নমা নাই আৰু বহুদিনলৈ নেনামেও— তেওঁলোক হ'ল ডাক্তৰ। তেওঁলোকে বহুদিনৰপৰা এটা নির্দিষ্ট ঠাই দখল কৰি আছে।

আর্টিষ্টিক মূল্যৰ বাবে ব্যৱহাৰত নলগা বস্তুও বেছি দাম দি কিনা হয়। বহুতে আকৌ খাব ভাল নলগা বস্তুও উপকাৰী বাবে বেছি দাম দি কিনি খায়। অধ্যাপকসকলো এই পর্য্যায়ত পৰে।

দৰা বা কইনাক এশ এবুৰি ভাগত ভগাব পাৰি। কইনাৰ ক্ষেত্ৰত এইবোৰ ফর্মূলা বা বিভাজন শতকৰা এভাগ কি দুভাগহে প্রয়োগ কৰিব পাৰি। ছোৱালীজনীয়ে চাকৰি কৰেনে, চাকৰি স্থায়ী নে অস্থায়ী, দৰমহা কিমান পায়, প্রমোচনৰ কি সুবিধা আছে, বদলি হোৱাৰ চান্স আছে নেকি, বিল্ডিং এডভান্স পায় নে নেপায়, প্রভিডেণ্ট ফাণ্ডৰ সুবিধা আছে নে নাই—এনেবোৰ তথ্য চ্যালিজাৰি চাই—খুব কম বিয়াহে সম্পন্ন হৈছে।

কইনাৰ মূল্য বিচাৰ কৰোঁতে কিছুমান অদৰকাৰী দিশৰ ওপৰত অযথা গুৰুত্ব আৰোপ কৰা হৈছে। সকলোৱে জানে যে তেনেবোৰ

পৰীক্ষা পাছ নকৰিলেও অকল মুখথন চাই ছোৱালীজনীক কইনাৰ ডিগ্ৰী বা ডিপ্লোমা দিব পাৰি। আমি বহুতেই অসুখে-বিসুখে ফাৰ্মাচীৰপৰা দৰব আনি খাইছোঁ। দৰবৰ বটলত কাটি দিয়া দাগবোৰত আমি ভীষণ গুৰুত্ব দিওঁ। পিচলৈ গিলাচ বিচৰাৰ এলাহত আৰু ইতিমধ্যে ৰোগ কিছু উপশম হোৱাৰ ফলত দাগটোৰ মূল্য কমি আহে। কেতিয়াবা দাগটোত খুব জোৰেৰে ধৰি বটলেৰে দৰব মুখত ঢালি দিওঁ। ফলত দাগত হাতখন ঠিকেই থাকে কিন্তু দৰব এদাগৰ ঠাইত দুদাগ পেটলৈ যায়। ছোৱালী চাওঁতেও বহুতে গানত পাৰদৰ্শী, নাচত পাৰদৰ্শী, বাদ্যযন্ত্ৰত পাৰদৰ্শী ছোৱালী বিচাৰি ফুৰে। বাস্তব জীৱনত মুহূৰ্তৰ বাবেও গিৰিয়েকৰ গান শুনিবলৈ সময় নেথাকে। আখল আৰু বৰঘৰলৈ দৌৰাদৌৰি কৰাৰ বাহিৰে নাচৰ শিক্ষা একো কামত নাহে। ভকেল মিউজিক গিৰিয়েকৰ লগত কাজিয়া কৰোঁতে ব্যৱহাৰ কৰিবলগীয়া হয়। জলতৰঙ্গৰ শিক্ষাই সাজ-বাচন ধোৱাত সহায় কৰে। দৰ্কাৰী ঘৰুৱা খা-খবৰ লিখি চিঠি দিয়াৰ বাহিৰে আন লিখা পঢ়াৰ দৰ্কাৰ নথকাজনেও হয়তো এম-এ পাছ নহলে বিয়াকে কৰাব নোখোজে। কিয় এম-এ পাছ ছোৱালী লাগে? লাগে আৰু! এটা প্ৰেষ্টিজৰ কথা। লগৰ এজনেও এম-এ পাছ এজনী বিয়া কৰাইছে।

কেতিয়াবা এই বিচাৰবোৰ গতানুগতিকভাবে কৰা হয়। গল্প এটা মনত পৰিছে। এবাৰ এটা মিলিটাৰী কেম্পলৈ পৰিদৰ্শনৰ বাবে এজন ডাঙৰ অফিচাৰ আহিল। শত্ৰুপক্ষৰ ওচৰৰ কেম্প। তাতে সেই কেম্পত কেবাজনো সুদক্ষ লোক আছিল। তেওঁলোকৰ ওপৰতেই যুদ্ধৰ সফলতা বহুখিনি নিৰ্ভৰ কৰে। গতিকে সকলোৱে তেওঁলোকৰ স্বাস্থ্যৰ বাবে ভীষণ সজাগ। অফিচাৰজনে কেম্পত বিশুদ্ধ পানীৰ ব্যৱস্থা কৰা হৈছে নে নাই সোধাত হুচিয়াৰ কামাণ্ডাৰ-জনে উত্তৰ দিলে—নকৰ ছাৰ। মই যিমান পাৰি কৰিছোঁ। পানী যি কোনো ঠাইৰপৰা অনা নাই। ভাল ঠাইৰ পৰা ভালকৈ মাজি

পৰিষ্কাৰ কৰা ড্ৰামত পানী অনাইছোঁ। পানী চেকিছোঁ। চেকাপানী আকৌ কেবাঘণ্টাও উতলাইছো। উতলি ঠাণ্ডা হোৱা পানীও কাকো খাব দিয়া নাই। সেইবোৰ আকৌ চেকি তাত বীজাণুনাশক দৰব দিছোঁ। তাৰ পিচতো আকৌ সেইবোৰ পানী ফিলটাৰ কৰাইছোঁ। সেই ফিলটাৰ কৰা পানীতো কিবা দোষ থাকিব পাৰে। সেয়ে সেই পানীও মই খাব দিয়া নাই। জোৱানসকলৰ স্বাস্থ্যৰ কথা ভাবি মই তেওঁলোকক 'বিয়াৰ' খাবলৈ দিছোঁ।

আমি কইনা বিচাৰোঁতেও কেতিয়াবা গান গাব জানেনে, বান্ধিব জানেনে, লিখিব জানেনে, পঢ়িব জানেনে, ছবি আঁকিব জানেনে— ইত্যাদি বাৰে বাৰকা প্ৰশ্ন সুধি সেইবোৰ একো গুণ নাথাকিলেও শেষত ছোৱালীজনী ধুনীয়া বাবেই পছন্দ কৰি পেলাওঁ। বহুতে যেনেকৈ সকলো ল'ৰা-ছোৱালী বুনিয়াদী স্কুলত পঢ়িবলৈ উপদেশ দি নিজৰ ল'ৰা-ছোৱালী কনভেণ্টত পঢ়ুৱায় ঠিক তেনেকৈয়ে কওঁতে বহুতে 'গুণীয়া' ছোৱালীৰ কথা কৈ নিজে কিন্তু 'ধুনীয়া' ছোৱালী বিয়া কৰায়।

এপাল ছোৱালী বিয়া দিবলৈ থকা দেউতাকসকলৰ চিন্তাক্লিষ্ট মুখ, স্থানীয়ভাবে শিক্ষা সাং কৰাৰ পাচতো বি-টি, হিন্দী নাইবা সংগীত বিদ্যালয়ত নাম লগাই "ছাত্ৰী জীৱন" যাপন কৰা অলেখ ছোৱালী দেখি কিন্তু কইনা সমস্যাক সমস্যা বুলিবৰ মন নেযায়। আমেৰিকা, ইংল্যাণ্ড আদি ঠাইত "পৰিণয় সহায়ক সমিতি" সমূহৰ (Marriage Bureaux আদিৰ দৰে বিয়া পতাত সহায় কৰা সকলো অনুষ্ঠান সামৰি এই নামটো দিছোঁ) যোগেদি বিয়াৰ বন্দোবস্ত কৰা হয়। কোনো কোনো সমিতিয়ে আনকি শতকৰা ৮৫ খন বিয়াৰ বন্দোবস্ত কৰা বুলিও দাবী কৰে। আমাৰো ঘটক-সকলে বিয়া পতাত কম বৰঙনি নোযোগায়। সম্প্ৰতি সকলোকে চেৰ পেলাইছে নিউয়ৰ্কৰ চেণ্ট্ৰাল পাৰ্কত স্থাপিত এটি বিয়া পতা যন্ত্ৰই। কাৰ লগত ভাল যোৰ হ'ব—এই যন্ত্ৰটোৱে নিৰ্ভুলভাবে কৈ

দিয়ে। এই যন্ত্রটোক আপোনাক কেনে কইনা লাগে, আপোনাৰ ভাল লগা, বেয়া লগা, পছন্দ, অপছন্দ, বংশ-পৰিয়াল—এনে ধৰণৰ কিছুমান তথ্যৰ যোগান ধৰিব লাগিব তাৰ পিচত আৰু কথা নাই। যন্ত্ৰই আপোনাৰ 'মন-মানসী' বিচাৰি দিয়াত অলপো পলম নকৰে।

প্ৰেম-ৰোমান্স আৰু বিয়া এই দুয়োটা স্বকীয়া বস্তু। সেয়ে প্ৰেমিক আৰু প্ৰেমিকাৰ সংখ্যতকৈ দৰা আৰু কইনাৰ সংখ্যা সদায় কম। যিমানেই আধুনিক সমাজ নহওঁক, মাক-দেউতাক আৰু অভিভাৱকসকলেহে বিয়া পতা-নপতাত আগ ভাগ লয়। গিয়েনাত থকা ভাৰতীয় ছোৱালীহঁতে ইয়াৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছে। ভাবী দৰাক বিয়াৰ 'হা' বা 'না' কোৱাৰ অধিকাৰ কাৰ? মাক-দেউতাক নাইবা অভিভাৱকৰ নে কইনাৰ? 'অচিন কাঠৰ ঠোৰাও নলগাবা' এই উপদেশ সুঁৱৰি তেওঁলোকে "আগৰপৰাই চিনাকি" দৰা বাছি লবৰ অধিকাৰ বিচাৰিছে। তপা তালুৰ অ'ত ত'ত থকা চুলি ছিঙি আশীৰ্বাদ কৰিছোঁ—আইদেউহঁতৰ আন্দোলন সফল হওক। আমাৰ অসমীয়া ছোৱালীয়ে হয়তো ভাবিব—ইচ্ আমাৰেই বিয়া—আমি আকৌ মাতিবলৈ যাম কিয়? লাজ নেলাগে নেকি? ইচ্ ভাই কিযে অসভ্য।

কইনাৰ সমস্যা পৃথিবীৰ প্ৰায় সকলো ঠাইতে আছে। দেশে দেশে কইনা বিচৰাৰ প্ৰথাও বেলেগ। ইউৰোপীয় ৰীতি-নীতিৰ প্ৰশংসা কৰিবলৈ পালে ভাত-পানী এৰিব পৰাসকল "কৰ্টশ্বিপ" প্ৰথাৰ প্ৰশংসাত পঞ্চমুখ। এই ক'র্টশ্বিপৰ পিচতো যে বিবাহ বিচ্ছেদৰ কেছ হাইকৰ্ট পায়গৈ সেই কথা তেওঁলোকে হলে ঘুণাক্ষৰেও উল্লেখ নকৰে। আমাৰ ৰঙালী বিহুৰ দান বিহুতলীৰ 'ক'ৰ্টশ্বিপ'ৰ প্ৰশংসা তেওঁলোকৰ মুখত শুনো। বিহুতলীয়ে মনৰ জোখাৰে মানুহ এজনী গোটাই লোৱাৰ সুযোগ দিছিল। কইনা সমস্যাৰ আংশিক সমাধান কৰিছিল। কইনা-সমস্যাৰ সহজভাৱে সমাধান কৰিছিল। কইনা-সমস্যাৰ সহজভাবে সমাধান কৰা একমাত্ৰ

অনুষ্ঠান আছিল আমাৰ বঙালী বিহু। সেয়ে দোখোৰ মোধৰত নেথাকি খাটাংভাবে কৰ পাৰিছিল—"বহাগতে পাতি যাওঁ বিয়া—" ছুয়োজনৰে মন যেতিয়া কলিতাকুলে কি কৰিব পাৰে?

আনৰ কথা শুনিলে বহাগত নেলাগে মাঘ-ফাগুনতো বিয়া নহ'বগৈ পাৰে। মোৰ কথা শুনক—বঙালী বিহুৰ "চেন্ট্ৰাল আইডিয়াৰে" কইনা বাছানি কৰক। দেখিব বিয়াৰ তামোল-পাণ খাই পেলোৱা পিকেৰে আপোনাৰ ঘৰৰ চোতাল-বেৰ আৰু ৰাজ-আলি ৰাঙলী হৈছে। বিয়াত দকচি খাই বহুতৰ পেটৰ অসুখ হৈছে। প্ৰয়োজনতকৈ বেছি দেখুৱাবলৈ গৈ ডিঙিলৈ নহলেও কঁকাললৈ আপুনি ধাৰত পোট খাইছে। গতিকে পলম নকৰিব। বিয়াখন পাতক। এই বহাগতে।